# এৰাবাৰীৰ লেছেৰি

লক্ষ্মীনন্দন বৰা






গ্ৰন্থপীঠ, পানবজাৰ, গুৱাহাটী-১

ERABARIR LACHHERI—A collection of Assamese Short Stories by Dr. Lakshmi Nandan Borah and Published by Niharendra Chowdhury of Granthapeeth, Panbazar, Gauhati. / Price Rupees Fifteen Only.

---

প্ৰকাশক ঃ
শ্ৰীনীহাৰেন্দ্ৰ চৌধুৰী
গ্ৰন্থপীঠ ॥ পানবজাৰ ॥
গুৱাহাটী ॥ ৭৮১০০১

মূল্য ঃ ১৫'০০ (পোন্ধৰ) টকা
প্ৰথম প্ৰকাশ—নবেম্বৰ, ১৯৮৪

ছপাশাল ঃ
ভাৰত প্ৰেছ,
শান্তিপুৰ ॥ গুৱাহাটী-৯

# গল্পসূচী

## লেখকৰ দুআষাৰ ঃ

গল্প কেইটিক ৰচনা-কাল অনুসৰি নসজাই গতি-প্ৰকৃতিৰ সাদৃশ্যৰ ওপৰত ভিত্তি কৰিহে গল্পৰ ক্ৰম-নিৰ্ধাৰণ কৰা হৈছে। দহোটি গল্পৰ প্ৰায় সাতোটিৰে পটভূমি হ'ল গাঁও। দুটি ৰচিত হৈছে অসমৰ বাহিৰৰ পটভূমিত। প্ৰথম সাতটি গল্পত কালৰ গতিত হেৰাই যাব খোজা কেইটিমান অজ্ঞাতপূৰ্ব গ্ৰামাঞ্চলৰ জীয়া জীৱনৰ ৰূপ ধৰি ৰাখিবলৈ প্ৰয়াস কৰা হৈছে। সেয়েহে সংকলনটিৰ নামো "এৰাবাৰীৰ লেছেৰি"। স্বৰূপতে গল্পও অতীত আৰু ইয়াৰ ক্ৰান্তি-কালৰ স্বাক্ষৰহে।

১৯৫৭ চনতে 'ৰামধেনু'ত প্ৰকাশিত 'এৰাবাৰীৰ লেছেৰি'ৰ প্ৰতি মোৰ মোহ বৰ প্ৰবল। পঢ়িলে ই এতিয়াও মোৰ মনটোক বেদনাসিক্ত কৰে। মই ভাবো, সকলোৱে যেন 'এৰাবাৰীৰ লেছেৰি' পঢ়ি ৰঞ্জিতা গোসাঁনীৰ দুখত সমদুখী হওক। অৱশ্যে প্ৰকাশন পৰিষদৰ অৰ্থ-সাহায্যত প্ৰকাশিত 'গৌৰী ৰূপক'ত (১৯৬১)'এৰাবাৰীৰ লেছেৰি'ও আছিল। পিছে ইয়াৰ মাথোন এহেজাৰখন কিতাপহে ছপোৱা হৈছিল বাবে আশানুৰূপ সংখ্যাৰ পঢ়ুৱৈ নেপালোঁ।

'কৃষি-গৌৰৱ'তো গাঁৱৰেই কথা আছে। পিছে ইয়াৰ আৰু লগতে "বাঁহী আৰু বিলাহী"ৰ মূল উপলক্ষ্য হ'ল কৃতাক্ষপাতহে। কৃষি-বিজ্ঞানৰ লগত জড়িত মোৰ অন্য এটা জীৱনৰ অভিজ্ঞতাৰ ফলশ্ৰুতি বুলিয়েই এই দুটি গল্পক ভালেমানে গণ্য কৰে। ইয়ো গল্প দুটিক ইয়াত ঠাই দিয়াৰ অন্যতম কাৰণ।

ভাৰতবৰেণ্য সাহিত্যিক আৰু বুদ্ধিজীৱী, জ্ঞানপীঠ বঁটা বিজয়ী, মোৰ লেখকজীৱনৰ আদি অৱস্থাৰ প্ৰেৰণাৰ উৎস শ্ৰদ্ধেয় ড' বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই সন্নিবিষ্ট গল্প কেইটিক কেন্দ্ৰ কৰি এটি মূল্যাঙ্কন লিখি দিয়াৰ বাবে আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। গল্পকেইটি কিতাপ আকাৰে উলিয়াই দিয়া বাবে গ্ৰন্থ-পীঠৰ স্বত্বাধিকাৰী শ্ৰীনীহাৰেন্দ্ৰ চৌধুৰীলৈ মোৰ আন্তৰিক শুভেচ্ছা।

১।১১।৮৪ ইং

লক্ষ্মীনন্দন বৰা

# পাতনি

লক্ষ্মীনন্দন বৰাৰ গল্প-পুথিত পাতনিৰ আৱশ্যকতা আনো আছে? পাঠকসকলৰ প্ৰিয় গল্প-লেখকসকলৰ ভিতৰত বৰাও এজন। 'ৰামধেনু'ত তেখেতৰ প্ৰথম গল্পটি ওলাওঁতেই পাঠক-সকলে তেওঁৰ গল্প কোৱা ধৰণ আৰু সৰুৰে পৰা দেখি অহা নিজ গাঁৱলীয়া অঞ্চলটিৰ প্ৰতি জীৱন্ত অনুগত্য, এই দুটা বৈশিষ্ট্যলৈ মন কৰিছিল। বৰ্তমান গল্প সংকলনটিৰ সৰহভাগ গল্পতে নিজ অঞ্চলৰ পৰিবেশ সজীৱ হৈ ফুটি উঠিছে। তেওঁৰ প্ৰথম জনাজাত আৰু ভাৰতৰ বিভিন্ন ভাষালৈ অনূদিত উপন্যাস "গঙা চিলনীৰ পাখি"ত এই পৰিবেশ অধিক বিস্তৃত আৰু সমাজ-তান্ত্ৰিক দিশৰ পৰা তাৎপৰ্য্যপূৰ্ণ ৰূপত ফুটি উঠিছে। এই আনুগত্য বৰাৰ গল্পবোৰত সদায় ফল্গু হৈ বৈ আছে। বৰাক লগ পালে সেই বাবে মই সদায় সোধো, "ঘৰলৈ গৈছিল নে?" ঘৰলৈ যোৱাবে কাল এইটো। তাতেই আছে এজন লেখকে সামৰিব পৰা ঐতিহ্য, সেই ঐতিহ্যৰ গহ্বৰ ভঙা ঐৰাৱত আৰু জীৱন গঙাৰ বোৱতী সোঁত। বিষ নয়নেৰে চালে এই ঐতিহ্য, ঐৰাৱত আৰু বোৱতী সোঁত মৰি যায়, অমৃত নয়নেৰে চালে জী উঠে। এবাবাৰীৰ ৰজিতা তাবৈৰ মুখৰ কথাত, চকুৰ দৃষ্টিত জী উঠিছে। ৰজিতাই এখন নিষ্ঠুৰ সমাজৰ বন্ধন ছিঙি নিজৰ প্ৰেমৰ সত্যতা প্ৰতিষ্ঠা কৰি গ'ল। সেইদৰে পেমদা পোহাৰী। একাদিক্ৰমে বিয়াল্লিছত বিদেশী পুলিচ আৰু স্বৰাজৰ কালত দেশী পুলিচৰ হাতত 'অশুচি' হোৱা পেমদা পোহাৰী কিন্তু সন্তাপৰ

দাহত মৰা নাই, তাই সন্তাপ ভুগ কৰিছে। তাইৰ মনত আত্মবিশ্বাস আৰু আত্মপ্ৰতিষ্ঠাৰ ভাব। শীতলাৰ মণ্ডলপতিৰ চকুত এই ভাব ধৰা পৰিছে।

ৰবাৰ গছবোৰত 'সৰুমণি' নাম এটাই সততে ভুমুকি মাৰে। 'আদৰণীয়া চৰিত'তো আছে, 'চিত্ৰপট'তো আছে। আমাৰ গাঁৱলীয়া সংস্কৃতিৰ দৃষ্টিত মৃত্যু কেনে? ভাগৱত পুৰাণ আৰু চৰিত পুথিৰ মহিমাৰ লগতে নানান প্ৰাক্ বৈজ্ঞানিক বিশ্বাসৰ পোহৰত এই মৃত্যু হৈ পৰে অতিকথা ধৰ্মী। কিন্তু ভন্নাচ তিলেশ্বৰ খুড়া আৰু সৰুমণিৰ সম্পৰ্ক মানুহৰেই সম্পৰ্ক। তিলেশ্বৰৰ উপদেশত সৰুমণিয়ে কৰিবলৈ লোৱা পামৰ খেতিৰ উন্নতিৰ লগত আদৰণীয়া চৰিতৰ যি সাংস্কৃতিক সংযোগ, তাত অতি-বাস্তৱতা থাকিলেও সৰুমণিৰ সংকল্পটো মন কৰিবলগীয়া'। "মোৰ ওপৰত এটা গধুৰ দায়িত্ব। মই যে সাচিপাতৰ পুথিখন লৈ যাব লাগিব। পুথিখন আন্ধাৰে ৰাখিব লাগিব—নাম কীৰ্তনৰ ধ্বনিৰ মাজেদি।" ই প্ৰবহমান অসমীয়া গাঁৱলীয়া সংস্কৃতিৰ কথাকে সোঁৱৰাই দিয়ে।

'চিত্ৰপট'ৰ সৰুকণ পট অঁকা গোসাঁইৰ আৰু অসবৰ্ণা ৰূপহী বকুলীৰ প্ৰাণ-পৰিণয়ৰ সাক্ষী। গোঁসাইৰ চিত্ৰৰ মানবীয় মূল্য সৰু-কণৰ মানত ইমান বেছি যে যেতিয়া দিচপুৰৰ আমোলা-ইঞ্জিনিয়াৰে তাৰ মাত্ৰ তেইশ টকা চল্লিশ পইচা মূল্য ধাৰ্য্য কৰিলে, তেতিয়া তাৰ আৰু বকুলীৰ মূৰত বজ্ৰপাত হ'ল।' গোসাঁইৰ আন্ত্ৰোপচাৰৰ খৰচো নোলাল। তাৰ মৰগীয়া বানচ আছে শকে সি বিয়াল্লিছৰ কৰ্মী, সমাজ-সংস্কাৰক আৰু চিত্ৰকৰ গোসাঁইৰ আগবঢ়াই দিলে। কাৰণ গোসাঁই তাৰ বহনা। ইঞ্জিনিয়াৰ-বিষয়াজন বেপাৰী সভ্যতাৰ সাধক, তেওঁ অঁকা মানুহটোক মাটি কটা ঘনুৱা বুলি ধৰি ৰঙৰ, ৰঙোৰাৰ, কাগোৰৰ খৰচ মিলাই কোনো ৰকম চিত্ৰৰ মূল্য তেইশ টকা চল্লিশ পইচালৈ নিলেগৈ। গল্পটোত মানবীয় মূল্য-বোধ আৰু কলাৰ প্ৰতি আগ্ৰহী ন শ্ৰেণীসকলৰ সভ্যতাৰ কথাকে

দর্শোৱা হৈছে। "কংগ্রেছৰ কাঁচিয়লি ৰ'দ"ৰ পাতনিত ৺বেনুধৰ শৰ্মাই উচ্চশিক্ষা লাভৰ অন্তত অসহযোগী হৈ পাৰলৈ সংস্কাৰক হৈ উভতি যোৱা মানুহবোৰক ন গঞা বুলি অভিহিত কৰিছে। সন্ধকণো অসহযোগৰ উত্তৰ কালৰ ন গঞা।

"কৃষি গৌৰৱ" আৰু "বাঁহী আৰু বিলাহী" বৰাৰ ব্যঙ্গাত্মক গল্প। চোৰে অজানিতভাৱে ৰোৱালাও খেতি কৰি 'কৃষি গৌৰৱ' উপাধি পাইছে, গৱেষকে গৱেষণা কৰি সঙ্গীতৰ প্ৰভাৱত বিলাহী বৰ একোটা হোৱাৰ অভিনৱ কাৰণ আগবঢ়াইছে। প্ৰকৃত কৃষি উন্নয়নৰ বাস্তৱতাৰ লগত এনে অভাৱনীয় আকস্মিক ঘটনাৰ অসামঞ্জস্য দেখুওৱাৰ উদ্দেশ্য বোধহয় উন্নয়নৰ ভাৰপ্ৰাপ্ত আমোলা আৰু কৰ্মচাৰীসকলৰ উপকৰা বা ভুৱা মূল্যবোধবোৰক লঘুকৈ দৰ্শাই হাস্যৰস সৃষ্টি কৰা। বৰ্তমান সামাজিক বাতাবৰণত ব্যঙ্গৰ আৱশ্যকতা নুই কৰিব নোৱাৰি। কিন্তু এই ব্যঙ্গ আৰু উচ্চপৰ্য্যায়ৰ হ'লে ভাল হয়।

পাতনি লিখিবলৈ বা সমালোচনা কৰিবলৈ মই সদাই টান পাওঁ। এই পুথি আলোচনা কৰিবলৈও দ্বিধাবোধ হৈছে। কাৰণ, প্ৰত্যেকটো গল্প সম্পৰ্কে লেখকৰ লগত বহি ভালদৰে তেওঁৰ দৃষ্টিভঙ্গী উপলব্ধি নকৰাকৈ দিয়া দূৰণীয়া আৰু একপক্ষীয় মতামতৰ মূল্য সীমাবদ্ধ। বৰাক মাত্ৰ মই এটা কথা ক'ব খোজো। তেওঁ যাতে আত্মবিশ্বাসেৰে আগবাঢ়ি, নিন্দা-প্ৰশংসা, অপবাদ আদিৰ দ্বাৰা বিচলিত নহৈ, একান্তমনে আৰু আগতকৈও গভীৰভাৱে নিজৰ দখলত থকা জীৱনৰ মনোহৰ আৰু সুন্দৰ সত্য অন্বেষণ কৰি সৃষ্টি পথত আগবাঢ়ে, তাৰে কামনা কৰিলোঁ। আঞ্চলিক বিষয়বস্তু আৰু ঠায়ে ঠায়ে কথন-ভঙ্গীৰ ফুটি ওলোৱা সবল আৰু বঢ়িয়াল সুৰৰ প্ৰতি থকা তেওঁৰ স্বাভাৱিক আগ্ৰহ তেওঁৰ মূলধন। কোনেও লোকৰ ধন লৈ চহকী হ'ব নোৱাৰে। মোৰ ধাৰণা বৰাৰ এই আত্মবিশ্বাস তেওঁৰ সংকলনৰ প্ৰায় কেইটা গল্পতে ফুটি উঠিছে।

"কামধেনু"ৰ দিনৰে পৰা বৰাই গল্প লিখিছে, কিন্তু সৃষ্টি কালৰ দীৰ্ঘতাই অকল গল্পৰ মাপকাঠি নহয়। তেওঁৰ আঞ্চলিক

কণপবোৰত পৰহি আৰু আজিৰ বা কালিৰ শুভ মিলন ঘটিছে। ইয়াৰ উপৰিও পঢ়িলে মাজে মাজে সাইলাখ এখন গাঁও দেখা যেন লাগে। 'প্ৰাণচক্ৰ'টো এটা সৰুমণি আছে, সি পেদেল নোহোৱা জৰাজীৰ্ণ চাইকেলখন আসুৰিক জোৰ দি বোকা আসিয়েদি চলাই গৈ আছে মনোহৰৰ ঘৰলৈ। কাৰণ মনোহৰ সচৰাচৰ গঞাৰ ব্যতিক্ৰম। পুৰণিৰ শেষ যেন তাৰ ঘৰতে! চাইকেলত উঠাৰ আগতে কথকী খুড়ীয়ে তাঁৰৰ "মৰা আৰু নিলাজ কাণ্ড" বোৰৰ খবৰ দিছে, তেওঁৰ আখ্যান কয় ৰবাৰ দৰেই,—পাতনি মেলি শ্ৰোতাৰ কৌতুহল ৰক্ষা কৰি। মনোহৰ 'নিলাজ কাণ্ডৰ' নায়ক। মনোহৰে কিয় সপুত্ৰকা ৰজিতাক বিসৰ্জন দিলে? সৰুমনিয়ে মনোহৰক কৈছে ঃ

"মোঁৰ এটা নিচা আছে। ......মানুহক জানিবলৈ মোৰ বৰ ইচ্ছা...মানুহতকৈ আকৰ্ষণীয় আৰু একো হ'ব নোৱাৰে।... ...মানুহক ভাল পাওঁ...তোমাৰ কথাও যেনেকৈ জানিবলৈ বিচাৰোঁ, আমাৰ ঘৰৰ মৰকীয়া হালবোৱা হলধৰ হীড়াৰ কথাও তেনেকৈ জানিবলৈ বিচাৰোঁ। ...মই আমাৰ মানুহবোৰক লৈ বহুত কাহিনী লিখিব বিচাৰোঁ।

সৰুমণিৰ কথাই বাৰু ৰবাৰ কথা নেকি? যদি এই কথা সঁচা হয়, তেন্তে ৰবাই সঠিক পথতেই আগ বাঢ়িছে। মৃত্যু আৰু প্ৰেম মহৎ বিষয়বস্তু। খুড়ীয়ে 'মৰা আৰু নিলাজ কাণ্ড' বুলি নিজৰ দৃষ্টিভঙ্গীৰ সীমাবদ্ধতা ব্যক্ত কৰিছে যদিও মৃত্যু আৰু প্ৰেম তেওঁৰ ঘকৰা মাই বিষয়বস্তু।

গল্পৰ জন্ম হেনো আদিম মানৱৰ গুহাৰ বা জুইশলাৰ বৈঠকত! মানুহৰ অধিকতৰ উজ্জ্বল, ব্যাপক আৰু পূৰ্ণ ভাবমূৰ্তি হৃদয়ত থাপি কৰা যাতে সৃষ্টিৰ কঁাইটীয়া অথচ সেন্দুৰীয়া পথেদি আগবাঢ়ে, তাৰো কামনা কৰিলোঁ। লেখকৰ বিশ্ববীক্ষা কি হ'ব লাগে তাক মই নকওঁ কিন্তু মই নিজে এটা বিশ্ববীক্ষা গ্ৰহণ কৰি তাক বিকাশ কৰিবলৈ যত্ন কৰিছোঁ।

১৪।৯।৮২ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য

# এৰাবাৰীৰ শ্ৰেছেৰি

এতিয়ালৈকে জীয়াই থকা দুই এক সাধু-সন্তৰ মুখত শুনা যায়— এৰাবাৰী আৰু এৰা নাৰীৰ পৰা তিনি চাপ আঁতৰত থাকিব লাগে। নাৰীৰ বিষয়ে সকলো নিয়াৰিকৈ জানিবলৈ মোৰ মনটো পুষ্ঠ নহ'লেও এই কথা নিশ্চয়কৈ ক'ব পাৰোঁ যে এবাৰ যদি কেনেবাকৈ নাৰীৰ পৰপুৰুষত মন বহিল অথবা মনৰ গুপুত বতৰা ব'দ কাচলিলৈ ওলোৱাত এৰা পৰিল, তেনে নাৰী দেখাত যিমানেই চকুমকীয়া হওঁক লাগে, তেওঁক সামৰি ল'লে সম্পদতকৈ আপদহে বেছি; কোন দিনা স্বামী গুৰুৰ মান-সন্মানত খোট দি ভুজঙ্গিনী পলাই যায় তাৰ মহিমা বুজা টান। ফটা বাঁহ কাহানিও জাপ নলয়, এনাজৰীৰো মোৰ পোৱা কঠিন। এৰা, বয়সত বুঢ়া হোৱা লোকৰ মুখৰপৰা সোণৰ ৰূপৰ কথাই ওলায়। আমি অল্পমতি হৈ সেই-বোৰলৈ কাণসাৰ নিদি সময়ৰ মূৰত পস্তাওঁ। যি কি নহওক, এৰা নাৰী সম্পৰ্কে অভিমতত নিজৰ মত মিলাবলৈ চেলু পোৱা নাই। কিন্তু এৰাবাৰীৰ পৰা যে আঁতৰত থাকিব লাগে এই বিশ্বাস মোৰ মূৰত বাককৈয়ে সোমাল। বিশেষকৈ গাত কাছুটি লোৱা কালৰ পৰা চপাব পৰা কাললৈকে দেখি শুনি।

আমাৰ গাঁৱৰ উত্তৰ ফালে এখন ভাঠ হাবি আছে। দীঘলে পুতলে প্ৰায় আমাৰ গাঁওখনৰ সমানেই। প্ৰকাণ্ড প্ৰকাণ্ড গমাৰি গছ, পমা, আম, জৰি, চেচু আদি গছেৰে ঠাহ খোৱা। বাঁহ, তামোল, জামু, নাৰিকল, পনিয়ল, বগৰী আদি গছ যে কিমান আছে তাৰ সীমা সংখ্যা নাই। জয়াৰ হাবিখনৰ মাজ সোমাবলৈ

কাৰো বুকু ভাঠ হ'ব পৰা নাই। দিন দুপৰতে খিটমিটীয়া এন্ধাৰ। হাবিৰ দক্ষিণ কোনেদি এটা সুৰসুৰীয়া বাট। কাষে কাষে জার্মাণী বনৰ জোপোহা, আজাৰ আৰু সোণাৰু। তাত বেলি বহাৰ পাছতে কেটেলা পহু, নাহৰ কুটুকী, গাহৰি আৰু শৰ পহুৱে ভুমুকি মাৰেহি। সুৰসুৰীয়া বাটটোৰ ভেনেই কাষতে এটা ওখ ভেঁটি। এসময়ত কাৰোবাৰ ঘৰ আছিল। এতিয়া তাত দুবৰি কার্শলা বন আৰু মেভেলুৱা গজি হাবিৰ লগত মিলি আছে। গঙ্গৰ ঘৰৰ ভোলা আৰু ঘন মহাশয়ৰ পুতেক মইনাই কয় যে—সিহঁতে সেই ভেঁটিটোৰ এবেঁওমান আঁতৰত এটা প্ৰকাণ্ড ভঁৰাল ঘৰ দেখিছিল। তাৰ ওচৰতে প্ৰায় আঠৈবিঘামান মাটি জুৰি থকা এখন বাকৰিত পাঁচোটা ভাঙৰ ভাঙৰ সাল গছৰ খুটা থিয় দি থকা দেখা পাইছিল। এতিয়া তাত ঢেপাই তিতা, বন জলকীয়া আৰু উই-হাফলুৰ বাহ। বুঢ়া সকলৰ মুখত শুনা যায় যে সেইখন ঠায়েই হেনো এসময়ৰ তৰাপুৰ সত্ৰ। কিন্তু কালৰো কাল বিপৰীত কাল, ভূভাবস্তত সম্ভৱ একাল আৰু দুইৰ সর্বতিকাল হ'বলৈকে, তৰাপুৰ সত্ৰৰ গোঁসাই বংশৰ সকলো প্ৰাণী সিকলীয়া হৈ নির্বংশ হোৱা প্ৰায় ভেৰ কুৰি বছৰেই হ'ল। এতিয়া সেয়ে হ'ল গহীন অৰণ্য,—এৰাবাৰী। ঘৰচীয়া জন্তুও তালৈ যাবলৈ সাহ নকৰে। কালৰ বক্ৰ কটাক্ষ, অদৃষ্টৰ পৰিহাস, মানুহৰ স্থায়িত্বৰ অক্ষমতা আৰু বৃথা গর্বৰ সাক্ষী স্বৰূপে এৰাবাৰীয়ে নিষ্ঠুৰ পৰিবেশ লৈ মানুহৰ কৌতুহল উমি উমি জ্বলাই আছে।

চেমনীয়া কালবেপৰা এৰাবাৰীৰ বিষয়ে ভালেমান চাক্ষুৰ ঘটনাৰ বিৱৰণ আৰু উৰা বাতৰি শুনি আহিছোঁ। সত্ৰৰ চিনচাব লুকুৱা প্ৰায় ভেৰ কুৰি বছৰেই হ'ল। কিন্তু আগৰ সেই সত্ৰৰ চৌহদত যি ঘৰ-দুৱাৰ সাজি সংসাৰ পাতিবৰ মন মেলিছিল, তেওঁলোকৰ দশাও গোসাঁইসকলৰ দৰেই হ'ল। আমি মনত পৰা কালতে মদন বৰভেকাই ঘৰ সাজিছিল। কিন্তু এবছৰৰ ভিতৰতে ভেঁটি উঠিল। তেওঁ আৰু বৈণীয়েক একেটা জ্বৰতে মৰিল। বিষ্ণুৰ পুতেক লালুৱাই

ঘৰত খবিয়াল কৰি এবাবাৰীৰ এমূৰে ঘৰ এটা সাজি ছুদিনহে থাকিবলৈ পালে। তৃতীয় দিনা এজনী সাভক তিৰোতাই সপোনত দেখা দি ক'লে,—"তই ভালে ভালে কাইলৈৰ ভিতৰতে ইয়াৰপৰা উঠি যা। এই ঠাই জীয়া মানুহৰ বাবে নহয়। তহঁত মানুহবোৰ বৰ অসজাতী। মোক আমনি নিদিবি।"

লালুৰাই পাছ দিনা কাঁহী-বাটি, বিছনা-পাতি সামৰি পুৰণি ভেঁটি পালেহি। তথাপি নিশ্চিন্ত হ'ব নোৱাৰিলে। সি ভালকৈয়ে এসেকা পালে। জহনীৰ পৰা কানে কানমাৰিহে বাচিল। তেতিয়াৰে পৰা এবাবাৰীত কোনেও গোঁজ এটা পুতিবলৈ সাহ কৰা নাই।

বহুতে কোৱা-কুই কৰা শুনো যে সপোনত দেখা দিয়া তিৰোতা গৰাকীয়েই হ'ল তৰাপুৰ সত্ৰৰ বিধৱা গোসানী বজিতা। ইহ সংসাৰত তেওঁ মায়া-মোহ নেওচা দি যাব নোৱাৰাৰ কাৰণেই জীৱটোৱে এতিয়াও মাটিৰ পৃথিৱীখন এৰি যাব পৰা নাই। মাজে মাজে হেনো এবাবাৰীৰ মাজত বজিতাৰ হা-হুমুনিয়াহ মানুহে শুনিবলৈ পায়। এই কথাৰ প্ৰমাণ দ্বিতীয় এটা সপোনে দৃঢ় কৰিলে। তেতিয়া মই নিচেই সৰু। এদিন খুড়াৰ ওচৰলৈ এটা মানুহ আহিছিল। নাম মোহন। সি খুড়াৰ ওচৰত এটা সোণৰ আঙঠি বন্ধকত থৈ একুৰি টকা লৈ গ'ল। সেই ৰাতিয়েই খুড়াই এটি সপোন দেখিলে। বজিতা গোসানীয়ে বৰ খং ভাব দেখুৱাই খুড়াক ক'লেহি, "গনেশ, এই আঙঠি যদি তই ঘৰত ৰাখ, তোক বিপদত পেলাম। নেজাননে, এই আঙঠি তৰাপুৰ সত্ৰৰ ক'ত গৰাকী গোসানীয়ে পিন্ধি গৈছে? কতই পিন্ধি আমনি পাই উপহাৰ দিলে? তহঁতৰ দৰে মানুহবোৰৰ যদি ধন-সোণতকৈ মৰম-চেনেহলৈ বেছি আদৰ হ'লহেঁতেন, দেশৰ আজি এই দশা নহয়।"

পিচদিনাই খুড়াই আঙঠি ঘূৰাই দিয়ালে। বন্ধকৰ টকাও ঘূৰাই নল'লে।

তেতিয়া মোৰ বয়স পোন্ধৰ। এবাবাৰীৰ ভগা ভঁৰালটোৰ ঠাইত

চাওৰী টেঙা আৰু কনাইশিমলু গজিছে। গাঁৱত গৰু-গাই মৰিলে মুচিয়াৰৰ হতুৱাই তাতে পেলায়। ক'ত গৰুৰ হাড় পচি ভসম দিলে তাৰ লেখ-জোখ নাই। কাৰণে থকা শিমলু গছডালতে শগুণৰ বাহ। খৰি লুৰিবলৈ অহা নদীয়াল গাঁৱৰ মানুহে তাত হেনো ভূতকুলা চুলিৰে খুটিভাল বজোৱা যখিনী দেখা পায়। সেই কথা শুনাৰেপৰা মই সেই ফালে মু কৰা নাই। আমাৰ লগৰে চামবৰৰ ল'ৰা অৰ্জুনে পলৰীয়া গৰু এটা খেদি গৈ শিমলুজোপাৰ কাষ পাইছিলগৈ। কিহবাই তাক ভয় খুৱালে। ঘৰ পাওঁতেই তাঁৰকঁপে জ্বৰ উঠিল। সি গাটো কঁপাই কঁপাই খেমুভেৰীয়া হৈ ওপৰলৈ উঠি আছে। হেঁচা দিয়ো পোনাব নোৱাৰি। সি সেই-দিনাই মৰিল। বৰ মুকলি পথাৰত বৰশী বাই আছি গাঁও সোমাই মই দেখোঁ, চাৰিওফালে হুৱা-হুৱা লাগিছে। পিতায়ে দবিয়ায় বুলি পিছ চোতালেদি ঘৰ সোমাই শুনো, তেওঁ ভোলোক, বাঠু আৰু ভেকোলা বাপৰ লগত কথা পাতি আছে। অৰ্জুনৰ বেজাৰতে উচুপি উচুপি আলোচনা শুনাত লাগিলোঁ।

ভেকোলা বাপে পিতাইক ক'লে, —"কি কয় বণ্ডা আতৈ। ঘৰৰ তিবোতা যদি পাপ-পংকত মজিল, তাক নিবোধ কৰাৰ উপায় কি ? এজনীৰ লগতে এটা পুৰুষ শেষ।"

ভোলোক গায়নে হয়ভৰ দি ক'লে,- "শেষ যে শেষেই, মৃতকে পিণ্ডও নাপালে। মই আৰু দেওধনী হাটীমতাই সিবাৰ ভাদমহীয়া গেভাবৰড়িৰপৰা ভাওনা চাই আহোঁতে এৰাবাৰীৰ মাজ ফালে সাইলাখ এইদৰেই শুনিছোঁ। নিজৰ কাণ দুখনক অবিশ্বাস কৰিব নোৱাৰোঁ ঈশ্বৰসকল!—'নিশা হস্তে বজাইলস্ত বৰ যে ধেমালি। ওঠৰ মানৰ কথা কণ্ঠে বনমালী।' তাৰ পাছতেই খোলৰ বোল: ধিনা খিতৌ তাখিনাক্ ধেই, বি ধেই বি ধেই তাক। মোৰ মনেৰে গোসাঁইসকল সোঁচোৰা ব্যাধিত মৰাৰ কাৰণেই নিয়ম কাৰণেৰে সপিণ্ডীকৰণ কৰিব নোৱাৰাত জীৱবোৰ সিপুৰীলৈ যাব নোৱাৰিলে।

ভাদ মাহ পৰিলেই বোধকৰোঁ সকলো গোট খাই এবাবাৰীৰ ভিত-ৰতে খোল-তাল বজায়হি। হৰি হৰি, কিনো পুৰুষৰ কিনো অৱস্থা।"

ময়ো ঈশ্বৰসকল, এদিন ৰাতি এবাবাৰীৰ কাষেদি আহোঁতে শুনিবলৈ পালোঁ: (ঠিক যেন নন্দ গোসাঁইৰে মাত)—'হে সখি, কি বাদ্য বাজত?' তাৰ পাছত সমস্বৰে—'সখি, দেৱ দুন্দুভি বাজত? আকৌ নন্দ গোসাঁইৰে মাত—'অঃ, তদনন্তৰে সোহি পৰম ঈশ্বৰ কৃষ্ণ মিলল, মিলল।' ৰৰকৈ কাণখন পাতিলেহে কথাকেইটি শুনিব পাৰি।" ৰাঠু গায়নে ক'লে।

পাছত ভেকোলা বাপে মাত লগালে, "এবা, এবাবাৰীয়ে আৰু কাক ক'ত লয় ঠিক নাই। চামৰৰৰ ল'ৰাটোৰ শাধকৰম শেষ হোৱাৰ পাছতেই যুৰীয়া নামঘৰত পাল-নাম পাতিব লাগিব। তেহে যদি এবাবাৰীৰ অথন্তৰৰপৰা হাত সাৰিবপৰা যাব। নামৰ সমাননো গুণ কাৰ? বোলে—পাপ কটকক সংহৰি হৰিষে নামে খলখলি হাসে।"

চাৰিও গৰাকীয়ে কিবা কিবি কথা পাতিলে। সেই আলোচনাই মোৰ কোমল মনৰ কৌতুহল বেছিকৈ জগালে। পিতাইক কথাটো সুধিবলৈ সাহ নহয়। তেওঁক এইবোৰ কথা সুধিলে মোক ছুই কিলাবলৈহে বাকী থ'ব।

সৰু কালৰ কৌতুহল অতি প্ৰবল। সিমানতো হতাশ নহ'লোঁ। দুই এগৰাকী তিৰোতা মানুহৰপৰা ভু লৈ জানিব পাৰিলোঁ যে আমাৰ যদু তাৰৈয়েই এই বিষয়ে পৰিপাটীকৈ জানে। তাৰৈ বৰ কথকী। ল'ৰা মানুহলৈ মৰমো বেছি। বৰ খেমেলীয়া। মুখ মেলি-বলৈ পালে নিজেই কথাৰ ভেটা দিব নোৱাৰে।

তাৰৈয়ে ঘৰত বহি বেতৰ সুত চাঁচি আছিল। আধা মাইলমান বাট খোজ কাঢ়ি তাৰৈৰ কাষ চাপিলোঁ। ব'দত ঘামি জামি জুকলি-জুপুৰি হৈ ওলাইছিলোঁগৈ। তেওঁ মনৰ আনন্দতে ভিতৰলৈ মাত দিলে, "হুঁয়ে, শুনিছনে? ওলাই আহ। সখিৰ ল'ৰা আহিছে।"

মনটো বৰ কৰকাল লাগিল। জা-জলপান খালোঁ। কিন্তু মনৰ খুচুৰনি নমৰিল। তাৰৈক খাটিব কৰিবলৈ এটা চল বিচাৰিলোঁ পিছে চল এটা পঙা সহজ কথা নহয়, পকা চুলি এডাল উঘালি দিবলৈকো এডাল চুলিও পকা নাই। তুটা এটা ঘামচি ভাঙি দিবলৈকো পিঠিখন তেনেই নিমজ। মই মনে মনে থকা দেখি তাৰৈয়ে মাত লগালে, "পৰীক্ষা-চৰিক্ষা ফেল কৰিছ নেকি? মনটো মৰা দেখোন?"

"নাই, পৰীক্ষালৈ আৰু তিনিমাহ বাকী। তোক এটা কথা সুধিম বুলিহে আহিছিলোঁ। মানুহে কৈছে, তোত বাদে এই কথা জনা দ্বিতীয় মানুহ নাই"

"মইনো কি অদ্বিতীয় মানুহ অ'? ক, কি কথা?"

"এৰাবাৰীৰ যে ইমানবোৰ কথা শুনো, মই দেখোন তাৰ একোৰেই আঁহ নেপাওঁ। তই যদি অলপ ফঁহিয়াই ক'ৰ ···" মুখত আঙুলি দি তাৰৈৰ মুখলৈ ৰ লাগি চাই সন্দেহৰ ভাৱেৰে বৈ গ'লোঁ।

তাৰৈয়ে বেতৰ সুতৰ জোঙাল আগটো নখচুকা হোৱা ডোখৰত লগাই সিমুৰে জুই দি সুত লাগি যোৱাৰ সুখানুভূতি উপভোগ কৰি মোৰ মুখৰ পিনে তন্ন-তন্নকৈ চাই গহীনাই সুধিলে, "তোৰ এতিয়া বয়স কিমান?"

"বহাগত পোন্ধৰ বছৰ উকলি গৈছে।"

"ওঁ? মাথোঁ পোন্ধৰ! পৰসিৰ কথা কহ কালিৰ ছৱাল। ওঁহো, এতিয়া সেইবোৰ কথা ক'লে একো বুজি নেপাবি। আৰু পৰাপক্ষত এতিয়াই সেইবোৰ কথা কৈ তোৰ লেকেচীয়া মনটোত কিছুমান মেৰপাক সুমুৱাই বিপাঙত নেপেলাওঁ।"

এইবাৰ মাতৰ সুৰটো ডাঙৰ কৰি ক'লে - "বুইছ, সকমণি, তোক— এই অকণমান মানুহটোক এনেবোৰ কথা নোকোৱাই ভাল। এতিয়া কোৱা মানে গৰুৰ আগত টোকাৰী। বাৰু, আজি যা। এদিন আহিবি যেতিয়া তই ভালকৈ ডেকা হ'বি। এজনী চপাবলৈ যেতিয়া

মনটোৱে টকালি পাবি থাকিব যেনে বয়সত আহিবি। সেই মনে লক্ষ্যকাই থকা বয়সতহে এইবোৰ কথা ক'লে কথাৰ আঁহবোৰ বুজি পাবি। ভগৱন্তৰ কৃপাত ময়ো তেতিয়ালৈকে জীয়াই থাকিম। আৰু বেছি দিন নাই দে। এতিয়াও মোৰ চুলি পকা নাই, দাঁত সৰা নাই।”

তাৰৈৰ কথাত হতাশ হৈ ঘৰমুৱা হ'লোঁ।

তাৰ পাছতেই গাঁৱৰ লগত মোৰ এৰাএৰি হ'ল। জীৱিকা অন্বেষণত ঘূৰি ফুৰাত এৰাবাৰীৰ চিন্তা গৌণ হৈ পৰিল। আঁতৰত থাকি এৰাবাৰীক পাহৰিয়েই পেলাইছিলোঁ। গাঁৱলৈ আহিলোঁ ছবছৰৰ মূৰত। এখন গাঁও বা চহৰৰ পৰিবৰ্ত্তন হবলৈ এই ছবছৰেই যথেষ্ট। জোৰা, ডাঁহ, মহ আৰু বোকা পানীৰপৰা যাব নোৱাৰা হাবিতলীয়া ৰৰডাবাৰী এতিয়া তেনেই দোকমোক। চহৰৰ দৰেই হৈ পৰিছে। কেৱল বিজুলী বাতিটোহে বাকী। এৰা, কিমানেই যে পৰিবৰ্ত্তন হ'ল এই কেইবছৰত। বৰ পৰিতাপৰ বিষয় যে এই পৰিবৰ্ত্তনৰ "ধুমুহাতো আমাৰ ফালে একোৱেই মোট সলাবপৰা নাই। চেঁচু-কীয়া বাটত ৰ'দৰ বেঙনি পৰিবলৈ ভাগ্য হোৱা নাই। মণ্ডলৰ ল'ৰা এতিয়াও মণ্ডল। গুৱালৰ ল'ৰাই মূৰৰ গামোচাখন গুচাব পৰা নাই। তুচলীয়া চাপৰ খেৰঘৰবোৰৰ আগৰ দৰেই দুৰৱস্থা। মাথোন নতুনকৈ পতা মাইনৰ স্কুলখনৰ বুজন বুজন ল'ৰাকেইটাই লংপেন্ট পিন্ধিবলৈ শিকিছে। গাভৰু ছোৱালীৰ গাত দুখন এখন জৰ্জ্জেটৰ চাদৰে শোভা পাইছে যদিও চহৰীয়া ছোৱালীৰ দৰে গা ফুল-পাহি লেখীয়া নিমজ, মিহি কৰিবপৰা নাই। কিয়নো, বিহুৰে সংক্ৰান্তিয়ে হিমানী বা ফুলতেল ঘঁহিলেও সিহঁতে চোকা ৰ'দত পথাৰৰ কাম কৰিবলৈ এৰা নাই। পুৰণা আও-ভাও গঞ্জাৰ মাজত চলিয়েই আছে। এতিয়াও বোৱাৰীৰ মুখখন জেঠালে দেখা পালে সাত ধেমু পৰাচিত হ'ব লাগে। চন্দ্ৰ গ্ৰহণৰ দিনা পোঁৱাতী তিৰোতাই ভূমি স্পৰ্শ নকৰাকৈ এপৰ নিশালৈকে চাঙৰ ওপৰত উঠি থাকে।

"লক্ষীচৰিত্ৰ" পঢ়াই ঘৰৰ গৃহিণীক সতী কৰিবলৈ আপ্ৰাণ চেষ্টা। বসন্ত ৰোগৰ অমোঘ মন্ত্ৰ শীতলাৰ আই নামহে।

মোৰ লগত ঘনিষ্ঠ সম্পৰ্ক হোৱা মানুহখিনিৰ ভিতৰত যদু তাৰৈকে বৰ ভাল লাগে। মানুহজনৰ মনটো নতুনৰ পোহৰ পোৱা। নিজ যুক্তিৰে যি কথা যুক্তি-যুক্ত বুলি ভাবে তাকেহে মানে। তথাপি চিন্তাধাৰা যে একেবাৰে আধুনিক তাকো ক'বলৈ সতকাই টান। হালোৱা মানুহ। কিতাপ-পত্ৰ পঢ়িবলৈ আহৰি কম। কিন্তু দৈনিক বাতৰি কাকতখন নপঢ়াকৈ নেথাকে। তেওঁৰ চিন্তাৰ মৌলিকতাই সকালতে মোক চমক খুৱাইছিল।

মোক কয়, "সৰুমণি, মহাভাৰতৰ সকলো কথা তই সঁচা বুলি ভাবনে?"

—"নেভাবি উপায় কি? ঋষি-মুনিয়ে লিখা কথাত আমাৰ কি মাত আছে?"

—"মোৰ হ'লে আটাইবোৰ কথা পতিয়ন নহয়। মাজতে বহু কথাই সময়ৰ লগে লগে মোট সলাইছে। ধৰ, নেৰায়নী সেনাৰ কথা। পুথিৰ মতে চৌষষ্টি অক্ষৌহিনী। হেৰ, পাকিস্তানকে ধৰি ভাৰতৰ লোক সংখ্যা এশ কোটিয়েই নহয়, অথচ কৃষ্ণৰ সেনা চৌষষ্টি কোটি বাদেই দিছোঁ, একেবাৰে চৌষষ্টি অক্ষৌহিনী হ'ল কেনেকৈ? যদি আছিল, মই বিচাৰ কৰি পাইছোঁ যে এতিয়াৰ এশ তেইশটাই তেতিয়াৰ এক অক্ষৌহিনী হ'ব লাগিব। কুৰু-পাণ্ডৱৰ ৰণত ছাপন্ন কোটি হয় হস্তী নিপাত হোৱাও হোলোভাবে কাণ খজুৱা কথা। ব্যাস মুনি কবি হ'ল বুলিয়ে এনে আচম্বিত কল্পনা মানুহৰ মাজত চলাব লাগেনে?"

মই এবাৰ মাতিবলৈকো একোৰে উত্তৰ দিহ পোৱা নাছিলোঁ। গাঁৱঁৰাই কিন্তু তাৰৈৰ আওপকীয়া কথা ভাল নাপাইছিল।

ঘৰলৈ আহি পোন কোবেই তাৰৈৰ ঘৰলৈ পোনালোঁ। গৈ পাই দেখোঁ, তেওঁ পাকঘৰত আমৈক বস্তুৰ দিহা দিছে—"এইকেইটা

তিতা কেৰেলা ভাজিবি। ইয়াক আজিকালি খালে বসন্ত ৰোগ দূৰ হয়। কাঁহী-বাতিবোৰ গৰম পানীৰে ধুবি। চাবুকধৰাবিলাকে দেশত গৰম হৈছে।”

মোক দেখিয়েই উলহ-মালহকৈ বহিবলৈ দি ক'বলৈ লাগিল, “হে ৰাম গোসাঁই, আজি আমাৰ ঘৰলৈ আহিবলৈ বাটৰ জেংখৰি-ডালনো কোনে আঁতৰাই থ'লে? বহ, বহ। গোটেইটো দেখিছো মজবুত ডেকা হলি।”

“কোননো আহিছে ঐ?” ৰান্ধনী ঘৰৰপৰা আমৈৰ মিহি মাত শুনা গ'ল।

“সখা-পুত্ৰ সৰুমণি।”

বৰষুণ হৈছিল। লগে লগে ধুমুহাও। প্ৰায় এঘণ্টামান চলিছিল। ধুমুহা শাম কটাৰ পাছত ইফালে-সিফালে কাষৰ মানুহ কেইঘৰৰ তিৰোতাবোৰে হুৰাহুৰা লগাই কোৱাকুই কৰা শুনিলোঁ। “দেওলগা ভেঁটিটোতনো বঙাল-বঙালনীযোৰাই ঘৰ সাজিবলৈ কি চুটখৰে খাইছিল! হৰি হৰি, কোনেও কথাটো কৈ নিদিলে!”

কথাটো হ'ল, এৰাবাৰীৰ এচুকে ৰিফিউজী মতা-মাইকী এহালে ঘৰ সাজি আছিল। ধুমুহাত কাষৰে চতিয়না গছ এজোপা উঘালি পৰাত ঘৰে মানুহে তেনেই চেপেটা লাগিল।

বহুত দিনৰ মূৰত আকৌ এৰাবাৰীৰ চিন্তা মগজুত সোমাল। তাৰৈক সোধাত ক'বলৈ অকণো আপত্তি নকৰিলে। কাৰণ মই এতিয়া ডেকা হৈছোঁ। বৌ-পিতায়েও বোৱাৰীৰ বন কৰা খাই মৰিবলৈ আশা পালি আছে।

ইয়াৰ পাছত তাৰৈয়ে কৈ যোৱা কথাখিনিৰ যি মনত আছে তাকে বৰ্ণাবলৈ প্ৰয়াস কৰিম। কিন্তু সি তাৰৈৰ মৰ্মস্পৰ্শী বৰ্ণনাৰ দহ ভাগৰ এভাগো নহ'ব বুলি মোৰ ভয় হৈছে। তাৰৈৰ ভাষাত আছিল পুৰণি আভিজাত্যৰ প্ৰতি ঘৃণা আৰু এজনী অখ্যাতা বিধবা গোসানীৰ মৰ্মন্তুদ জীৱনৰ প্ৰতি করুণা আৰু মমত্ববোধ।

অতি দৰ্পে হত লংকা, অতি মানে চ কৌৰবাঃ। চাণক্য পণ্ডিতে কৈ গৈছে। পতনৰ পূৰ্বে গৰ্বৰ অভ্যুদয় হয়।

তৰাপুৰৰ গোসাঁইসকলৰ বংশবিলোপৰ আগতেই পতনৰ চিন দেখা গৈছিল। তেওঁলোকৰ আছিল অযথা গৰ্ব আৰু অপ্ৰাপ্য মানৰ অভিলাষ· ধন আৰু প্ৰতিষ্ঠাই দিয়ে অহং ভাব - লোকলৈ তুচ্ছ ভাব। তেতিয়া তৰাপুৰৰ গোসাঁইৰ আছিল অলেখ শিষ্য। কোহোনাবে চপাব পৰা ধন গুৰু মাননী হিচাবে ঘৰতে বহি পায়। তাৰ উপৰি আছিল বহুতো নিস্পিখেৰাজ মাটি। সেই মাটি খোৱা মানুহবোৰক মানুহ বুলিয়েই নেভাবিছিল।

এই কথা তাৰৈৰ মুখে শুনি মোৰ এটা কথা মনত পৰিল। মহাত্মা বিদুৰৰ কথা। ঈশ্বৰ ভক্ত বিদুৰে কাতৰ হৈ কৈছিল—হে প্ৰভু, মোক যেন তুমি সৰ্বদায় দৰিদ্ৰ কৰিয়েই ৰাখা। ধনৰ কুহকত পৰিব লাগিলে তোমাৰ প্ৰতি ভকতি ফেৰাও বিচাৰি নেপাম।

কিন্তু তৰাপুৰৰ অধিকাৰ মকৰন্দক ধন আৰু ক্ষমতাৰ মায়াই মতলীয়া কৰিলে। তেওঁ ভকতক ভকত বুলি গণ্য নকৰা হ'ল। সকলোকে তেওঁৰ তলতীয়া বুলিহে ভাবিলে। তেওঁ ভকতৰ ল'ৰাই শিক্ষা পোৱা দেখিব নোৱাৰে। শিক্ষা পালে হেনো গুৰু-গোসাঁই নমনা হয়, আপোন আচাৰ-ব্যৱহাৰ পাহৰে। আচলতে শিক্ষাৰ জোৰ-বাতিৰে তেওঁৰ জ্ঞানৰ দীনতা ধৰা পেলাব পাৰে বুলিহে ভয়। এবাৰ নামঘৰটোৰ দুই এঠাইত উৰুখিছিল। ভকতৰপৰা ধন তুলি নামঘৰটোৰ কিবা এটা ব্যৱস্থা কৰিবলৈ মনতে পাঙি শিষ্যসকললৈ তেওঁ চিঠি লিখিলে। তাৰে এখন তাৰৈৰ হাতত আছে। এইখন চিঠি উজনি অসমৰ গাঁও এখনৰ সাতোলাজনলৈ লিখা। চিঠিৰ টিকেটত মহাৰাণী ভিক্টোৰিয়াৰ ছবি থকা মোহৰ।

চিঠিখন এনেদৰে ঃ

ওঁম তৎসৎ

বংশী সাতোলা শ্ৰীমৎসু,

ভগৱন্তৰ কৃপাত তুমি বোধকৰোঁ অন্যান্য শিষ্য সমেত ভালে-কুশলে আছা। সত্বৰ প্ৰয়োজনত তোমালৈ পত্ৰ-সন্দেশ পঠালোঁ। গোসাঁই ঘৰটোৰ সম্প্ৰতি বৰ নিঃকিন অৱস্থা। অতএৱ, তুমি সকলো শিষ্যকে জনাবা যেন গাই পতি পাঁচোটিকৈ ৰূপ তুলি মোলৈ পঠিয়ায়। ধনেৰে পুত্ৰ দুহিতাক যবনৰ শিক্ষা দিয়াতকৈ এনেদৰে হৰি কামত লগোৱা অধিক ভাল, পৰজন্মৰ পথ মুকলি হয়। কিন্তু অন্যবোৰ বিদ্যা, ধৰা স্কুলীয়া বিদ্যা, বিদ্যা নহয়, অবিদ্যা। সেইবিদ্যাই মৃত্যুভয় জয় কৰিব নোৱাৰে। অন্যান্য শিষ্যকো মোৰ আশীৰ্বাদ জনাবা।

লিখিতং পত্ৰমিদম্ ইতি

আশীৰ্বাদক

শ্ৰীশ্ৰীমকৰন্দ দেৱ অধিকাৰ

নামঘৰৰ কাৰণে টকা উঠিল হয়, কিন্তু তাৰে দুকুৰি টকাহে নামঘৰৰ কামত লাগিল। উকথা চালত শৰণ খেৰেৰে গোঁজা দুটামান মাৰিবলৈ দুকুৰি টকা বেছি বুলিহে ক'ব পাৰি।

ইমানেই নহয়। মকৰন্দ অধিকাৰে সেইটো সময়ত পৰ্বত-পাহাৰ বগাই, বিপদ-বিঘিনি গণ্য নকৰি দুখক দুখ নুবুলি ধৰ্মকথা বিতৰি ফুৰিব লাগিছিল। কিন্তু তেওঁৰ কাৰণে সেয়া মহত্ব বা মহান কৰ্তব্যৰ ভিতৰত নপৰিছিল। তেওঁ প্ৰকাণ্ড গাকত আঁউজি ওখ তুলিৰ গাদীত বহি মানুহক কৈছিল অমুকৰ নাদৰ পানী খাব নাপায়। অমুকৰ ল'ৰা হীন সম্প্ৰদায়ত জাত গ'ল। আনে মন মেলিলে গাঁও উছন হ'ব। অমুকে বাটলু তিৰোতা টেটুত চপাই হৰি কথাত পৰকাষ্ঠা দেখুৱাইছে।... —......

কিন্তু,.,কিন্তু পাঁচ শ বছৰৰ আগতে শঙ্কৰ গুৰুৱে মানৱতা বোধত মহীয়ান হৈ চিঞৰি কৈছিল—কুকুৰ শৃগাল গৰ্দভৰো আত্মাৰাম....

মকৰন্দ গোসাঁইৰ দদাক নন্দ গোসাঁই বৰ গুণী পুৰুষ আছিল। ভাৱে-ভকতিয়ে, খোলে-তালে তেনেই গন্ধৰ্ব। কিন্তু বেছি দিন চাউল

খাবলৈ নাপালে। একেনী ছোৱালী জনম দিয়েই সিফলীয়া হ'ল। তাৰ পাছতেই অধিকাৰৰ ভাৰ পৰিল মকৰন্দৰ ওপৰত। তেওঁ আছিল অপুত্ৰক। পুত্ৰৰ মুখ নেদেখিলে বোলে কিবা ৰৌ-ৰৌ নৰকত পৰিব লাগে কাৰণে দুগৰাকী কুমলীয়া গোসাঁনীৰ গৰাকী হ'ল। তথাপি ফলে নধৰিলে। তেওঁৰ ভায়েক অৰবিন্দৰ কাৰণেহে দুখ লাগে। বিয়া কৰোৱাৰ দুমাহৰ পাছতে সন্নিপাত জ্বৰত মৃত্যু হ'ল। তেওঁৰ স্ত্ৰী ৰঞ্জিতাৰ তেতিয়া বয়স মাথোঁ ষোল্ল। সকলোৱে হায় হায় কৰিলে। ইয়াকে বোলে ফুলত কেৰোণ। ৰঞ্জিতা কোনো গুণেই হীন নাছিল। ফুল যেন দেহা, জোন যেন মুখ, মৌ-মিঠা মাত। পটুৱাবাৰী সত্ৰৰ জীয়াৰী। তাৰৈয়ে কয়, "কিনো ক'ম বোপাই, গোসাঁনীক দেখিলেই মোৰ মনটো মৰি যায়। উস্ ৰাম, জীৱনত যদি ৰঞ্জিতা আইদেউক ফুট্‌কী মেখেলাৰে, মুগাৰ ৰিহাৰে, গোলাপী মুখত পূৰ্ণিমাৰ জোন যেন হাঁহিৰে, কপালত এটি বেলি যেন ফোঁটেৰে আৰু এদিন দেখিলোহেঁতেন, সেয়ে আজীৱন মোৰ মানত ভগৱন্তৰ আশিস্ হ'লহেঁতেন। গোসাঁনীৰ মুখৰ হাঁহি অদৃষ্টই হৰি নিলে, পূৰ্ণিমাৰ হাঁহি জাৱৰে ঢাকিলে। বগা সাজ-পাৰ, তেল নঘঁহা চুলি আৰু উকা কপালখন দেখিলে ভাব হয়,—ৰাণী শৈব্যা যেন কাঙালিনী হ'ল।"

পোনতে যেতিয়া ৰঞ্জিতা বোৱাৰী হৈ আহিছিল, তেতিয়া সকলো প্ৰশংসাত পঞ্চমুখ। ৰঞ্জিতাৰ দৰে হেনো সুলক্ষণী তিৰোতা পাবলৈকে বিৰল কিন্তু যেতিয়া কুমলীয়া কালতে বাৰী হ'ল, মানুহৰ অভিমতো উলটি ব'লে। তাইৰ চুলি কিচ্‌কিচীয়া ক'লা। কিন্তু বিধৱা হোৱাৰপৰা দুই-একৰ মুখত অভিমত শুনিবলৈ পোৱা গ'ল যে তাইৰ হেনো চুলি ৰঙচুৱা। সেইটোৱেই কুলক্ষণ। চাৰিওফালে কেৱল অনাদৰ-অৱহেলা। আগতে ঘৰৰ-ঘৰোৱাহীৰে খোৱা-বোৱা পুথি সেৱা কৰা আদি সকলো কামতে তাই দিহা পৰামৰ্শ দিছিল। কিন্তু বিধৱা হোৱাৰেপৰা তেনে কাম কৰিবলৈকো কাৰোপৰা উৎসাহ নাপায়।

প্ৰকাণ্ড পাঁচ-খুঁটলীয়া ঘৰটোৰ এচুকে তাই দিন নিয়ায়। জাঁৰিকইতৰ ল'ৰা-ছোৱালীকেইটাক মৰম-চেনেহ কৰি মনৰ দুখ পাতলাবলৈ চেষ্টা কৰে। কিন্তু এবাৰ এটা ঘটনাৰপৰাই সেইকণ সুখেও বঞ্চিতা কৰিলে। এদিন জাঁৰিক বৃন্দামাইৰ ছোৱালী এজনীক নিজৰ পাতত ভাত খুৱাইছিল। সেই দিনাই তাইৰ পেটৰ অসুখ হ'ল। ৰাতি গুৱই নোৱাৰিলে বৃন্দামায়ে বজিতাই শুনাকৈ ছোৱালীজনীক ক'লে,—"আজিৰপৰা যদি কাৰোবাৰ লগত এনেকৈ ভাতৰ পাতত বহ, মাৰে মজাটো দিম। এটাৰ তিনি মাহ নৌ যাওঁতেই ঘৰটো চোৰালে। তোৰ ঘৰটো চোবাবলৈনো কেইদিন লাগিছে?"

তাই অন্তেষপুৰ যেন সত্ৰৰ ভিতৰত ওলাই-সোমাই দেখিবলৈ পায় কেৱল জাঁৰকইতক। কিন্তু তাৰে এজনীয়ে ক'লে শাখিনী বুলি। কেতিয়াবা ভোক বেছি লাগিলে জুতিয়ে-বুধিয়ে পালে এগৰাহ ভাত যদি বেছিকৈ খায়, গোসাঁই ঘৰত আলপৈচান ধৰা পলাশৰ বৈণী-য়েক পিছলীয়ে কোৱা-কুই কৰা শুনে—"ভালটো খক লৈ এই এঘৰলৈ আহিছিল দে, আইহঁত!"

কিন্তু খাবলৈনো বিশেষ কি পায়? বোলে, জোৱান কালত শিল খালেও শিল হজম হয়। কিন্তু তাই ভোকৰ ভাতকেইটাও কোনোমতেহে খায়। দেহটোলৈ এটা লেবেলা সাদৰ আছে কাৰণেহে। সত্ৰলৈ ভকতে ওনা ওনে মাছ আনে। তাৰে এটুকুৰা খাই তৃপ্তি ল'বলৈ তাই হ'ল বিধৱা। কোন গাভৰু মানুহৰনো মাছ-মঙহলৈ ইচ্ছা নহয়? কিন্তু বজিতাৰ সেইবোৰলৈ চকু নাই। অভ্যাসৰ বলত তেনে হৈ পৰিছে। তাই যেন জীৱনত মাছ, মঙহ, পিয়াঁজ, মচুৰ মাহ আদি বস্তুৰ কাহানিও জুতি পোৱা নাছিল। কাৰো মুখত এষাৰি যদি কথা শুনিলেহেঁতেন—আই ঐ দেহি, গোসাঁনীৰ গাভৰু কালতে ঈশ্বৰে ভাল ৰং চাইছে—তেতিয়াও তাই এইষাৰি সহানু-ভূতিৰ বচনকে ভগৱন্তৰ আশিষ বুলি চিৰদিন মনত ৰাখিলেহেঁতেন। বিধৱা হোৱাৰ পহিলা বছৰ মানুহে আশা কৰিছিল, বজিতাই পুথি-

পাঁজি পঢ়ি গোসাঁই ঘৰত ছুবেলা সেৱা সংকাৰ কৰি জীৱনটো কটাই দিব। এদিন মৰিব এক স্বৰ্গীয় জ্ঞান লৈ—নিষ্পাপভাৱে। বৈকুণ্ঠ পাব। পুনৰ দুখৰ পৃথিৱীলৈ ঘূৰি আহিব নালাগিব। তাৰ বাহিৰেতো তাইৰ সকলো বাট বন্ধ। কিন্তু ৰঞ্জিতাৰ কৰ্মত আৰু কথা বচনত 'হৰি কিংকৰী' হোৱাৰ একো লক্ষণ দেখা নগ'ল। তাই লোকৰ কথা বেছিকৈ শুনে, নিজে কমকৈ কয়। আলাপ-আলোচনাৰ হৰ্ষধ্বনিৰ মাজত নিজকে বিলাই দিব নোৱাৰে। নাম-ঘৰত ঘনাই ঘনাই আয়তী সকলৰ নাম হয়। কীৰ্ত্তনৰ পদ গোৱা হয়, বিভিন্ন সুৰত। পদৰ একুট দুকুট আলোচনা চলে। পুত্ৰৰ শোকত যশোৱা জননীৰ বিননিত মৰমী মাতৃৰ চকুৰ কোণ তিতে। ৰঞ্জিতাৰ মুখত কিন্তু অনুভূতিৰ অভাৱ। কৃষ্ণৰ শিশুলীলাত সকলোৰে মুখত হাঁহি বিৰিঙে। ৰঞ্জিতা নিশ্চল। গোপিনীৰ প্ৰেম-ৰসত আয়তী গোপিনীৰ মনৰ থিৰতা লৰে। ৰঞ্জিতাৰ হিয়াইদি বিৰহৰ ঢৌ বাগৰি নেযায়: যাৰ আশা শেষ হৈ গ'ল, যি জনম লৈছে নীৰৱে চকুলো টুকিবলৈ, তেনে নাৰীৰ মনৰ অন্তৰালত ভক্তিৰস, প্ৰেমৰস, বাৎসল্যৰস, সকলো নিৰস। গৰলেই হয়তো অমৃত। তাত আছে মৰণৰ গভীৰ প্ৰশান্তি। ৰঞ্জিতাই শুকান পৃথিৱীত নিয়ৰে চকুলো টোকাই দেখা পালে। নিয়ৰৰ টোপালত মুকুতা নসৰে, দিনে দিনে বেদনাহে বাষ্প হয়; উষাৰ পোহৰত ভৱিষ্যতৰ ৰেঙনি নাই, সূৰ্য্যাস্তৰ ৰঙচুৱা ভাৱৰে মনৰ বাসনাত, দেহৰ তৃপ্তিত আৰু নিজম ৰাতিৰ গোপন আকাঙ্ক্ষাত হেঙুল-হাইতালৰ বোল নেসানে।

এটা বসন্ত আছে, দুটা বসন্ত আছে, তিনিটা বসন্তত হয়তো ক'ত নজনাজনৰ গোপন অভিলাষৰ পৰিতৃপ্তি মিলে। চ'ত মাহৰ কোবাল-ৰৰষুণজাকে ক'ত চেনেহীৰ বেদনা উটুৱাই পীৰিতিৰ শিপা মেলা মন-গছৰ পুলিটি সেউজীয়া কৰি তোলে। কুলিৰ মাতৰ করুণ সুৰে ক'ত প্ৰেয়সীৰ বিৰহ-বেদনা অপাৰ্থিৱ কৰি তোলে। বিহুৰ পেঁপা আৰু ঢোল-দগৰৰ ধ্বনিত ভেকা-গাভৰুৰ যৌৱনে বিভিয়ায়।

ৰজিতাই তাত উকা ৰিঙ্ শুনে। কোনোবা পঞ্চাশ বছৰীয়া মানুহে কৃষ্ণৰ ভাও লৈ ৰুক্মিণীৰ বেথাত বিলাপ কৰাৰ নিচিনাকৈ। বসন্ত আহে, বসন্ত যায়, কিন্তু ৰজিতাৰ জীৱন-যৌৱন প্ৰতি বসন্ততে আগবাঢ়ে মৰহি যাবলৈহে।

লাহে লাহে তাই বাহিৰো নোলোৱা হ'ল। দুৱাৰৰ কাষত বহি ওপৰলৈ চাই কিবা কিবি ভাবি থাকে। গোসাঁই-ঘৰৰ পুখুৰীটোত চৰিবলৈ অহা হাঁহযোৰপৰা এগৰাল হাঁহ হ'ল। ৰজিতাৰ চিন্তাইহে একো ফল নধৰিলে। তেনেহ'লে তাই ইমানকৈনো কি ভাবে? তাই যদি কবি-প্ৰকৃতিৰ নাৰী হ'লহেঁতেন, তেনেহ'লে ৰচনাৰ ছন্দে ছন্দে হৃদয়ৰ মহাশোক উথলি পৰিলহেঁতেন।

যদু তাবৈয়ে কয়, "চ'ত-বহাগত কেতেকী চৰায়ে শিৰীষ গছত বহি কোনো অভাগিনী জীয়েকক বিনায়। মোৰ বোধেৰে, তাই আকাশলৈ চাই কেতেকীৰপৰাই মাকৰ মৰম পাবলৈ বিচাৰে। টুনী চৰায়ে কিজানি এটি দুটি ধান কঢ়িয়ায় পো-পোৱালীক এটোপ খুৱাবলৈ। ৰজিতাই কিজানি উৰণীয়া মৰমৰ সঁহাৰি পাই আশাৰ হুমুনিয়াহ কাঢ়ে। গৃহত থাকিও তাই হ'ল বৈৰাগিণী। তাইৰ আপোন কোনো নাই। পৰক আপোন কৰিবলৈকো তাইৰ মনে নুকুলায়। কোনোৱে তাইক সহজভাৱে বুজিবলৈ চেষ্টা নকৰে, লক্ষ্যও নকৰে।"

আকাশৰ দৰে তাইৰ অসীম বেদনা। নীলা বেদনা। ভাৱেৰে তাকো ক'লা কৰে। বৰষুণৰ টোপালে উচুপি কান্দে।.........

ঈশ্বৰে ফৰিংটোলৈকো কচুডাল স্ৰজিলে; কণালৈ কাণী, বেঙালৈ বেঙী। নৈৰ পাৰৰ বালিমাহীজনীয়েও লগতে লগৰী পাই মনৰ উলাহত উৰা মাৰি শীতল পানীত গা জুবুৰিয়াই দেহ চেঁচা কৰে। নৈৰ বুকুলৈ বৰষা নামে। ৰজিতাৰ দুকুল ওপচোৱা যৌৱনে থেকাথুন্দা খায়।

লাহে লাহে কিন্তু অলপ পৰিৱৰ্তনেও দেখা দিলে। নামঘৰত ভাওনা-প্ৰবাহ হ'লে তাইৰ বৰ উৎসাহ হয়। ভাওনাৰ আগতে ভোটাটো বা বৰগছাৰ চাকিৰ শলিতা দিহা কৰি দিয়ে ৰজিতাইহে। আৰিয়া তৈয়াৰ কৰা, সূত্ৰধাৰীৰ পাগটোৰ কাৰণে মিহি চাদৰ বৈ দিয়া, গোটেই নামঘৰটো চাফ-চিকুণকৈ মোচালৈকে সকলো কাম ৰজিতায়ে কৰে মানুহেও বহুত দিনৰ মূৰত তাইক শলাগিবলৈ লয়। তাই তাতে অকণি শান্তি পায়। কিয়নো, মানুহে এজনক শলাগ লোৱাও ভাল নাইবা শত্ৰুতা কৰাও ভাল, কিন্তু এজনৰ প্ৰতি উদাসীন হোৱাৰ দৰে দ্বিতীয় শাস্তি দিয়াৰ উপায় নাই। ৰজিতায়ে তিনি বছৰে পৰৰ উদাসীনতাৰ শাস্তি ভোগ কৰি আহিছে। তাইৰ ভাব হৈছিল, তাই যেন সৃষ্টিৰ অদৰকাৰী জীৱ। অস্তিত্বও যেন আনৰ অনমুমেয়। দুই-এজনৰ মুখত শলাগ শুনিয়েই তাইৰ এতিয়া অংণি প্ৰাণ নাচি উঠিল। তাই ভাবি পালে তাই এনে কাম কৰিব, যাৰ কাৰণে সকলোৰে শলাগৰ পাত্ৰী হ'ব, নতুবা এনে এটা আচৰিত পন্থা দেখুৱাব যাৰ কাৰণে তায়েই সকলোৰে আলোচনাৰ বিষয় হৈ পৰিব। নিজক পৰৰ উদাসীনতাৰ দৃষ্টিৰপৰা ৰক্ষা কৰিব, জীয়াই থাকিব জীৱনৰ অস্তিত্বৰ দৰ্পেৰে।.........

মকৰন্দ অধিকাৰৰ গুণৰ ভিতৰত মাথোন তেওঁ বংশৰপৰা পোৱা স্বীকৃতিহে। "গন্ধৰ্ব বিদ্যা" আৰু গুৰুকুলৰ ব্যক্তিত্ব নগণ্য। নাম-কীৰ্তন, খোল-তাল, গীত-মাত আদিৰ ভালকৈ চৰ্চা কৰিছে ওচৰৰ কলিতা মানুহখিনিয়েহে। সত্ৰত খুব ভালকৈ ভাওনা হয়। এইবোৰ কামত কলিতা মানুহখিনি বৰ আগবঢ়া। জাগীৰপৰা শিলঘাটলৈকে সকলোৱে এই কথা জানে। তাৰে ভিতৰত বিপুনাথৰ পুতেক চন্দন আছিল বাৰখন গাঁৱৰ ভিতৰত নিপুণ ভাৱৰীয়া। সি ভাও দিয়াৰ খবৰ পালেই চৌপাশৰপৰা মানুহ হিলদল ভাঙি আহে। 'কেলি-গোপাল'ত কৃষ্ণ হৈ গোপিনীৰ মাজত লয়লাসে নাচিলে তাৰ প্ৰতি অঙ্গত অনঙ্গৰ ঢেউতী চৰে। "পাৰিজাত হৰণ"ত ইন্দ্ৰ হৈ

ওলালে এনে ওৰায় পৰে যে মানুহে খন্তেকলৈ ভুল কৰে সৰগৰ-পৰা ইন্দ্ৰ দেৱতাৰ আবিৰ্ভাৱ হ'ল বুলি। "কৰ্ণ পৰ্ব"ত কৰ্ণৰূপে ধনুত টঙ্কাৰ দিলে তাৰ দেহৰ কোষে কোষে ৰাজপুত্ৰৰ বীৰোচিত পৌৰুষ বিৰিঙি উঠে।

চন্দনৰ গোসাঁই ঘৰলৈকো অহা-যোৱা ঘন। সকলোতে তাৰ অবাধ গতি। সকলোৰেই তাৰ শলাগ লয়। তাৰ সকলোকে আপোন কৰিব পৰা গুণ আছে। সি কথা ক'লে ৰঞ্জিতা গোসানী যেন হাঁহি হাঁহি পমিহে যাব! তাইৰ সাক্ষাততে ৰঞ্জিতাই এদিন তাক কৈছিল—"এইবাৰ 'অভিমন্যু বধ'ত তোমাৰ ধনুৰ তূণ ভালকৈ সাজিবা দেই। কাৰোবাক কৈ নিমাই চোলাটোত পটিভাল ভালকৈ সীয়াই লোৱাবা। সিবাৰৰ কিৰীটিটোতে এইবাৰ আৰু ধুনীয়াকৈ মণি খুৱাই লোৱাবা। বিপিন সোণাৰীক ক'লেই হ'ব।"

হাঁহিবলগীয়া বিশেষ কথা নথকাতো দুয়োৰে হাঁহিৰ ৰগৰ উঠিছিল। হাঁহিয়েও হেনো কথা ক'ব পাৰে, থুঁতৰিয়েও হেনো মনৰ ইঙ্গিত দিব পাৰে তাইয়ে কয়। ......

বহুতে হেনো জানিলেও। দুজন-এজন তল-খুচৰীয়া মানুহে অভি-মত দিলে—এৰা, গোসানী হ'ল বুলিতো সতী পাৰ্বতী নহয় যে মনত হৰক-তৰক নেথাকিব! হস্তীৰো পিছলে পাওঁ, সজ্জনৰো বুৰে নাও।.........

—মই কি ভাবোঁ জান, সৰুমণি? তাই চিৰদিন এনে শৰবিদ্ধ অৱস্থাত থকাতকৈ আপোনঘাতী হোৱা হ'লেই ভাল আছিল। বোলে – বহ্নিৰ সংযোগে যেন উথলিল ঘৃত। দুঃসহ মদন শৰে উথলিল চিত॥ বেচেৰীৰ কাৰণে মনটোত এতিয়াও দুখ লাগি থাকে। আহাৰ আৰু বিহাৰৰ কাৰণেই আমি মানুহবোৰ সময়ে সময়ে ইমান অসহায় হ'ব লাগে যে কেতিয়াবা নিজক কোনখিনিত লুকাই আছে বিচাৰি নাপাওঁ। পুৰুষ প্ৰকৃতিৰ সমন্বয়তে যদি সৃষ্টিৰ যাদু, তেনেহ'লে সাধু পুৰুষৰ মুখত ইমানবোৰ বৰ বৰ কথা কিয়?" তাইয়ে কৈ যায়। মোৰ মাতিবলৈ একো নাথাকে।

মকৰন্দ গোসাঁয়ে এদিন নাট পঢ়ি আছিল। গীত এটি পদ পঢ়াৰ দৰে পঢ়ি গৈছিল :

ভৰি পাঙ্ক সাত চলিতে তনু তাপিত
হৰি বিনে দেখু অন্ধিয়াৰি।
প্ৰেমে পৰশি পুনু পৰয়............

এনেতে সাঁচিপতীয়া পুথিৰ বাকী দুটি শব্দ (ধৰণী লুটি) মোচ খোৱাতে ওচৰতে থকা খোৱাতেলৰ বাটিটোত আঙুলি টিয়াই আখৰ নেদেখা ঠাইত ঘঁহি ঘঁহি চকুৰে জুপি থাকোঁতেই কাষৰ কোঠাত ফুচফুচাই কোৱা শুনিলে,—"তুমি আৰু ইয়ালৈ আহিব পাৰানে নোৱাৰা ঠিক নাই। চাৰিওফালৰ পৰা কাৰা নজৰ। মই তোমাক একোৱেই দিব নোৱাৰিলোঁ। আজি এই আঙুঠিটোকে দিলোঁ। তেওঁ চিন থাকিব।"

ৰজিতা গোসাঁনীৰ মাত। চন্দনক যে কৈছে তাত কোনো সন্দেহ নাথাকিল।

মকৰন্দ খঙত জ্বলি-পকি উঠিল। নাটখন জপাই থৈ মুখেৰে ভোৰ-ভোৰাই ইফালে-সিফালে ঘূৰি ফুৰিবলৈ ধৰিলে। তেওঁ খঙৰ মাত্ৰা দমাব নোৱাৰা হ'ল। সকু গৰাকী লাগী পৰিবাৰক মতাই আনি ক'লে, "ইমান দিনে যে বোৱাৰীক আদৰ যত্ন কৰি ৰাখিলোঁ, গাখীৰ খুৱাই সাপিনীহে পুহিলোঁ। তাই নোহোৱা-নোপোজা ঘটনা কৰিব যেন পাইছোঁ। তাইক ভালকৈ লক্ষ্য কৰিবা। ময়ো দেওধনী হাটীমতা আৰু দুজন পাচনিক কাণ চোৱাই থ'ম। মোহনকো ক'ম, ভায়েকে সত্ৰখন ভাতঘৰ বুলি ভাবি ভুল কৰিছে। তাক সাৱধান কৰি দিয়ক।"

এইবুলি কৈ তেওঁ কেবাবাৰো ঘনাই ঘনাই উশাহ সলালে। চকুত প্ৰতিহিংসাৰ জুই। আকৌ ক'লে, 'হৰি, হৰি, এইমাত্ৰ সিহঁতৰ মুখত যি কদৰ্য্য কথা শুনিলোঁ! তাৰ আগতে মোৰ কাণ দুখন কলা হোৱা হ'লে ভাল আছিল। ইয়াকে বোলে বেজৰ নাকত খৰে খোৱা।"

বিশ্বন্তুৰ আতাৰ নাতি, নন্দ অধিকাৰৰ ভাতৃ মকৰন্দ অধিকাৰ বজ্রকর্কশ হৈ পৰিল। ৰঞ্জিতাক সজাৰ পখী কৰিলে। কিন্তু হিয়াৰ কম্পনে কম্পনে, বাসনাৰ শিখৰে শিখৰে, তেজৰ তৰঙ্গে তৰঙ্গে অনুভূত সত্যক বাধা দিবলৈ কাৰো সাধ্য নহ'ল। আৰম্ভ হ'ল নিশাৰ অভিসাৰ, জোনালী ৰাতিৰ সম্ভোগ। সধবাৰ সেন্দুৰৰ ফোঁটৰ দগমগ জেউতিয়ো যেন মলিন পৰিল। এদিন কানুৰ মোহন বেণুৰ লয়ত ব্ৰজৰ গোপিনী পতি-পুত্র তেজি বৃন্দাবনলৈ উধাও হৈছিল আৰু পাছত প্রেম-পাগলিনী হৈ কৈছিল :

অব সখি কহ কহবে হামাৰ জীৱন-ধন
কোন পন্থে গেল মধাই।
মদন বিৰহ লাগি শৰীৰ দহয় ৰে
তিলেক নেদেখি জীউ যায়॥

আৰু যমুনাৰ সোঁত উজাই বৈছিল।

চন্দন আৰু ৰঞ্জিতাক বাধা দিবলৈ গৈ মকৰন্দই হাৰ মানিলে। তাৰৈয়ে এটি দীঘলীয়া নিশ্বাস এৰি ক'লে,—ইমানতো ভুই ভাবনে যে তিৰোতা পাপ-পংকত মজাৰ কাৰণেই সত্ৰৰ পিৰি উঠিল ?—সকলো অদৃষ্টৰ লিখন। কালৰ ছায়া-মায়া। কঠোৰ হাতেৰে মনে-পতা মইবৰ আসনৰ গুৰি-বঠা ধৰি জানো মকৰন্দই আপোন কুল ৰক্ষা কৰিব পাৰিলে ? এজন যুৱতীৰ কামনাৰ জুয়ে সকলোকে সামৰিলে। আগৰ ঋষি মুনিসকলেও মানুহৰ হিয়াৰ সনাতন আকাঙ্ক্ষাক মূল্য দিছিল। এটা শ্লোকত কি আছে জান? আকুল হৈ নাৰীয়ে প্রেম নিবেদন কৰিলে তাত পাপ-পুণ্যৰ প্ৰশ্ন উঠিব নোৱাৰে।

কথাতে কয় বোলে সুখৰ ৰাতি সোনকালে পুৱায়, দুখৰ ৰাতি নেযায় নুপুৱায়। সেই কাৰণেই তাহানিৰ গোপিনীৰ চন্দ্ৰাৱলী নিশা বৰ চুটি আছিল। শেষ ৰাতি আক্ষেপ কৰি গোপিনীয়ে বিনাইছিল :

আজু বৈৰিণী নিশি    নিমিষে পোহাৱলি
হামাকু তেজল প্ৰাণনাথে ।......

বজিতাই সঁচাকৈয়ে জীৱনৰ অস্তিত্বৰ দৰ্প দেখুৱালে । তাই কিজানি উপহাস কৰিলে মকৰন্দৰ অক্ষম চেষ্টাক, মানুহৰ সাৰ শূন্য ভৰ্ৎসনাক, খোচনামীৰ কলংকক । তাইক লাগে জীয়া জীৱনৰ সুৰভি । বিচাৰি পালে । কিন্তু অতি কম দিনলৈ ।.........

এদিন গজপুৰীয়া আৰু গেভাৰবড়িৰ মাজৰ সুৰসুৰীয়া বাটটোত চন্দনৰ শটো পৰি থকা পোৱা গ'ল । ডিঙিটো মোচোকা খোৱা । পেট আৰু পিঠি উখহা । নিশ্চয় পেট আৰু পিঠিত দাৰুণ আঘাত পাইছিল । সেইদিনা সি ৰাতি ভাওনা চাই আহিছিল । তাৰ শটো এনে কৰুণ অৱস্থাত পৰি থকা দেখি সকলোৱে হায় হায় কৰিলে ! কোনোৱে সন্দেহ কৰিলে দ'ত বা পিশাচে ঐ-ভুকোৱা দি মাৰিলে বুলি । অৱশ্যে খুব কম সংখ্যক মানুহে অভিমত দিলে মানুহেও যে মানুহক এনেকৈ মাৰিব পাৰে ! অৱশ্যে দেখা সাক্ষী নথকা হত্যাৰ মূল কাৰণৰ পাৰ পোৱা নাযায় । সকলোৱে এটি কথাতহে আচৰিত লাগিল যে চন্দনৰো শত্ৰু থাকিব পাৰে । লাগে সেই শত্ৰু দ'তেই হওঁক বা নিষ্ঠুৰ মানুহেই হওঁক ।

ভালেমানে কয় যে আন মৰিলেও বিধৱা সহজে নমৰে । নিষ্ঠুৰ পৃথিৱীত এহাতে কান্দি এহাতে ভাত খাবলৈকে । দুখৰ ৰাতি সহজে নুপুৱায় । কিন্তু বজিতাহে সুখৰ দিনৰ পিছত দুখৰ ৰাতি কটাবলৈ বেছি দিন জীয়াই নাথাকিল । তাই আৰু ছমাহেই জীয়াই নাথাকিল ।

কালৰ সোঁতত তৰাপুৰ সত্ৰৰ চিন-চাব নোহোৱা হ'ল । এতিয়া হ'ল এৰাবাৰী । তালৈ পোহনীয়া জন্তুও যাবলৈ ভয় কৰে । কিন্তু সেই এৰাবাৰীৰ পূৰ্বৰ অধিবাসী সকলোৱেই কিজানি জীয়াই থকাৰ সম্ভোগখিনি বিচাৰি পাইছিল ! বজিতাই কেইদিনমানৰ

আতচবাজীৰ জিকমিকনি দেখাত বাদে ছুদিনীয়া পৃথিৱীলৈ আহিছিল চকুলো টুকিবলৈ।.........

সকলোখিনি কথা কোৱাৰ পাছত তাৰৈয়ে মোৰ কাণলৈ মুখখন চপাই খুব সৰু সৰুকৈ ক'লে, "এজনী তিৰোতাৰ আশা-আকাঙ্ক্ষাক পুলিতে মোচোকা মাৰি থোৱা কাৰণে এই সত্রৰ নিষ্ঠুৰ ব্যৱস্থাক ভৱিষ্যতৰ কোনো মানুহে ক্ষমাৰ চকুৰে নেচাব।"

গ'ল হেকাৰি এটা মাৰি নাকটো আৰু মুখখন মচি এইবাৰ আকৌ ডাঙৰ ডাঙৰকৈ ক'লে—"ভালেমানে এবাৰাবীৰ কাষেদি যাওঁতে খোল-তাল আৰু ভৰা-কাঁহৰ মাত শুনে। সৰুমণি সেয়া কি জান? ৰজিতাৰ আত্মাৰ হাঁহাকাৰ। অলপতে মই সেই-ফালেদি যাওঁতে ৰজিতাৰ হুমুনিয়াহটোহে শুনিলোঁ। তপত হুমুনিয়াহটো মোৰ গাৰ ওপৰেদি বাগৰি যোৱা যেন লাগিল আৰু লগে লগে কোৱা শুনিলোঁ—উস্, ৰাম, আৰুনো কিমান দিন বাকী?"

তাৰৈলৈ লক্ষ্য কৰোঁ, ইতিমধ্যে তেওঁৰ চকু চলচলীয়া হৈ পৰিছে।

ৰচনা ১৯৫৭

# আদখলীয়া চৰিত

মাঘৰ পহিলা সপ্তাহৰপৰা জেঠৰ এদিন দুদিন যোৱালৈকে আমাৰ অতি কষ্টৰ দিন। এতিয়া চ'তত আৰু কষ্ট। শেহ ৰাতিয়েই নাঙল-কোৰ-জুমুঠি লৈ পথাৰ নোলালেগৈ উপায় নাই। চ'তৰ ৰ'দত তেনেই বিহ জলকীয়াৰ চোক। বেলিটো আকাশৰ মাজ পোৱাৰ আগতেই বলদ-হালৰ ৰ'দ আৰু ভাগৰত থৰ-কাচুটি বাহিৰ হয়। সেয়েহে চ'তত শেহ ৰাতিতে হাল জুৰিবই লাগিব।

এই মাহটো আমাৰ আটাইকেইঘৰ পমুৱাকে খেতিৰ কামত উশাহ নসলোৱাকৈ লাগি থকা দেখি কিজানি স্বয়ং ভগৱন্ত-বস্তুৱেও তবধ মানিব। গৰুৰ দানা পানী যোগাৰ কৰাৰ পৰা ল'ৰা-ছোৱালীৰ আজ গৰালৈকে, গছি ধান সৰাই পথাৰত সিঁচা আৰু বীজ তৈয়াৰ কৰাৰ পৰা হালোৱাক পথাৰত জা-জলপান দিয়ালৈকে তিৰোতাবোৰৰো অসংখ্য কাম। তদুপৰি এইটোৱেই দেওৰা বিলত তেল ধৰা এবেগেতীয়া কাৱৈ মাছ আৰু জালি স'লৰ সমান মাগুৰ মাছ ধৰাৰ আচল সময়। পানী মেটেকাৰ শিপাৰ মাজত এতিয়া কাৱৈ-মাগুৰ মাছ ভৰি থাকে। মাছ ধৰিবলৈ তিৰোতাবোৰ উত্ৰাৱল হৈ থাকে। আমাৰ গুটিমালীৰ মাকেই দেখোন নিজে মাৰি অনা মাছবোৰ দুটা টৌত জীয়ন দি থৈছে। মানুহজনীৰ ফাগুণ-চ'তত সঁচাকৈয়ে বৰ কষ্ট হয়। সিফালে আকৌ গাত চাৰি মাহ। মই কওঁ, বোলো কণমাই, তই ধান বানিব নেলাগে দে, এদোন-দুদোণ ধান দিলে দেখোন আমাৰ কুঁজীৰ দেহৰৰী বায়ে ভালেখিনি ধান বানি থৈ যাবহি। কিন্তু কণমায়ে নেমানে। মানুহজনী কাম কৰি কৰি তেনেই নিশকতীয়া হৈ পৰিছে।

অৱশ্যে গাত বলজীপ আহিবলৈকে মই তাইক কবিৰাজী 'টনিক' এটা খাবলৈ দিছোঁ।

এৰা, এইকেইটা দিন ঘৰৰ কথা ভাবিবলৈ কাৰো সময় নাই। মই ৰ'দটো টান হোৱালৈকে পথাৰত থাকোঁ। আহি নাকে-মুখে ভাতকেইটা গুজিয়েই আকৌ পথাৰলৈ যাওঁ। কাৰণ, চহাই খোৱা মাটি মৈয়াব লাগে, মৈয়ে ভাঙিব নোৱাৰা দলি-চপৰাবোৰ দলি-মুৰীয়া লৈ ভাঙিব লাগে; আলি কাটিব লাগে, মাটিডৰাৰ উধৰপৰা মুধলৈ গল্তি কৰি খোজ দি সিঁচিবলৈ কিমান বীজ লাগিব তাৰ হিচাব কৰিব লাগে। এই দুমাহে যি হাড়ভঙা পৰিশ্ৰম। তাৰপাছত আৰু কিহৰ চিন্তা? বছৰটোলৈ আৰু লাংখা-লিংখা কামহে থাকে। তেতিয়া ৰাদানীকৈ খাই বৈ ভাওনা-সবাহ পাতি হৰি-ভকতিত মন সপি দিয়াই আমাৰ কাম। স্বৰূপতে আমি জেঠৰ পাছত কাঠফুলাবড়িৰ পামত নেথাকোবেই। সোণাই নৈ, কুঁজী বিল আৰু দেওৰা বিলৰ পৰা মাছৰ উজান অহাৰ পাছতেই আমাৰ কাঠফুলা বড়িত কাম নেথাকে। আমি আকৌ হাতীচুঙলৈ গুচি আহোঁ। আমি মানে হাতীচুঙৰ ছঘৰ মানুহ। অৱশ্যে কঠালগুড়ি, জাজৰি আৰু ঢলপুৰীয়াৰ পৰাও এঘাৰ ঘৰ মানুহে তাত পাম পাতি থাকে।

পানী পাই বাওধান লহ-পহকৈ বাঢ়ে। ওপৰেদি পানী ব'লেও কেকুঁৰাৰ নিচিনা বাও ধানবোৰ বাচি থাকে। কাঠফুলা বড়িত দাঁতি মণিব নোৱাৰা প্ৰকাণ্ড বহল পথাৰখনত আষাঢ়ৰ পৰা ডাঠ সেউজীয়া লহপহীয়া ধানে ডাউক-কাম চৰাইক মতলীয়া কৰে; ধানৰ সেউজ সমতলৰ তলত আকৌ একাঠু-একঁকাল পানীত ভিন ভিন মাছৰ খিতখিতনি।

পিছে 'এতিয়া এনে খেতিৰ দিনত এটা খবৰেহে মোৰ মনটো আউল-লগাই দিলে। যদি মই তিলেশ্বৰ খুড়াৰ আজ্ঞা অৱজ্ঞা কৰোঁ আৰু যদি মই গৈ পোৱাৰ আগতেই তিলেশ্বৰ খুড়াৰ কাল হয়, তেনেহলে পাছত যি পৰিতাপৰ অগনিয়ে দহি থাকিব, সেই

দহন জানো সহি থাকিব পাৰিম? তিলেশ্বৰ খুড়াৰ হেনো বেমাৰ শকতেই। মৰা-পাটীত পৰিছে বুলিয়েই ক'ব পাৰি। তেওঁ হেনো মৰাৰ আগতে দুই-এষাৰ গুপুত কথা মোক কৈ যাব খোজে; এবাৰ মোৰ মুখখন চাই সিফলীয়া হ'ব খোজে। ইয়াকে পুৱাই আহি আমাৰ হাতীচুণ্ডৰে মেধি চুকৰ কণতিলা গায়নে কৈ গ'ল। "জৰুৰ যাবি কিন্তু, মোৰে শপত, তোৰ ঘৈণীয়েৰৰ শপত,......। মই যাওঁ। তিলেশ্বৰৰ খন্তেকতে কি হৈ যায় ঠিক নাই। সেই বাহে ডাক্তৰ-কবিৰাজ যোগাৰ কৰিব নোৱাৰি বিবুধিত পৰিব" এই বুলি কৈ কণতিলা গায়নে মুগাৰ পাগটো আঁতি আঁতি বান্ধিলে, মুখত থকা এমোকোৰা তামোল পাগুলি পাগুলি, বুটিছৰ দিনতে কিনা কংকালসাৰ 'হাৰকিলাচ' চাইকেলখনত এবে লাফে উঠি ফাঁই ফাঁই 'পেদোল' মাৰিবলৈ ধৰিলে।

কণতিলা গায়নক নেদেখা হোৱালৈকে মই চাই থাকিলোঁ। মই সঁচাকৈয়ে বিবুধিত পৰিলোঁ। এই ভৰপক খেতিৰ বতৰত পামখন এৰি যাওঁ কেনেকৈ? কাইলৈ এৰিঘা মাটিত ধান সিঁচাৰ কথা। হাফলুইঙৰ দাঁতিৰ মাটিভৰাত দুই চহ দিয়া হৈ গ'ল। পৰহিলৈ তিনি চহ দি বিয়লি ভাত বীজ সিঁচাৰ কথা। সিফালে কণমাইবো মাজে মাজে মৰফুৰণি হৈ থাকে। কোচৰটোৰ ভালকৈ মাত ফুটাই নাই, অথচ আকৌ উদৰত অথন্তৰ। ভগবানে ভাল ৰংখন দেখুৱায়। সিফালে হাতীচুণ্ডলৈ যোৱা মানে তাত চাৰি-পাঁচ দিন থকা। তাকো এই সময়ত। এতিয়া পিছে আমাৰ এই দ' পথাৰৰ পমুৱা-বোৰৰ মৰিবলৈকো সময় নাই।

খেতিয়েই মোৰ পৰাণ। বলদ হুটা মোৰ সোদৰ। মাটি মোৰ জীৱিকা। আকাশ, মানে বতৰ, মোৰ যেন কৃপালু পিতৃপুৰুষ।

ৰ'দটো ক্ৰমাৎ চোকা হৈ আহিছে। পাইদনী দিয়া সময়। মই নাঙলৰ খুটিত ধৰি ধৰি বলদ হুটাৰ, আমাৰ 'বৰ কজলা' আৰু 'সৰু কজলা'ৰ, পিছে পিছে ঘূৰি ঘূৰি এইবোৰকে ভাবিছোঁ। মই

বাক যামনে নেযাম ? কোনেনো সঠিক দিহা-পৰামৰ্শ দিব ? চাচোন, বৰ কজলা, সৰু কজলা, এনেহেন খেতিৰ বতৰত পথাৰখন এৰিব পাৰিনে ? মাজে মাজে একোজাক বৰষুণে ছহোৰা মাটিত যেন অমৃতহে ঢালিছে ! এতিয়া জীপ লোৱা মাটিত গুটি পৰিলে এটা গুটিও গজালি নোলোৱাকৈ নেথাকিব। কিন্তু কজলাইঁত, মোৰোতো বিবেক বোলা বস্তু এটা আছে। গলেই যেনিবা সাতোটা দিন, হলেই যেনিবা সাদিনৰ হীন-ডেৰি, যেনিবা বতৰ থাকোতেই এহালিচা দুহালিচা মাটিত গুটি সিঁচিবই নোৱাৰিলোঁ, সেই বুলি মই পানীয়ে মৰা বাওৰ দৰে হ'মনে ? মাটি কেইডৰা থাকে মানে আগলৈকো খেতি হ'ব। কিন্তু মই তিলেশ্বৰ খুড়াক জানো আকৌ পাম ? ধৰি ল, মই নগলোঁ আৰু তিলেশ্বৰ খুড়া কাল হ'ল ; তেতিয়া মই কেনেকৈ থাকিম ? দুখতেই দেখোন তিনি-চাৰি দিন হাল খতি হ'ব। অহা বছৰলৈ বা প্ৰতিটো বছৰতে এনে সময়ত হাল বাই থাকোতে তিলেশ্বৰ খুড়ালৈ হুম হুমকৈ মনত পৰিব। গতিকে, ভাবি চাচোন বৰ কজলা, সৰু কজলা, মোৰ যুক্তিবোৰ হাতীচুণ্ডলৈ যোৱাৰ ফালেহে। আৰু এটা কথা। খেতি কৰা বিষয় বুদ্ধিতকৈ মানুহৰ মৰম-চেনেহ আৰু মৃত্যুৰ দৰে চিৰদিনলৈ হেৰাই যোৱা এটা ঘটনা কেতিয়াও সৰু হ'ব নোৱাৰে।

কণমাইক সকলো দিহা দিলোঁ। কথাটো ভালকৈ বুজালোঁ আৰু বিয়লি হাতীচুণ্ডলৈ বাওণা কৰিলোঁ। বাটত মোৰ বহুত কথাই মনত পৰিল। তিলেশ্বৰ খুড়া মোৰ আচল খুড়া নহয়, গাঁও সম্পৰ্কীয়াহে গৰখীয়া কালৰেপৰা মই খুড়াৰ লগ। পঢ়া-শুনাত ভাল নাছিলোঁ কাৰণে ঘৰত সকতে মোক এইবোৰ কামতে লগাইছিল। অৱশ্যে দুই এক শ্ৰেণী নপঢ়া নহয়। হাইস্কুলো পাইছিলোঁগৈ। তেতিয়াই তিলেশ্বৰ খুড়াৰ লগ হওঁ। খুড়াৰ বহুত গুণ। একেলগে কেবাটাও খোল বজাব পাৰে। খেতি-বাতিতো বৰ বাপ। বৰ পৰিশ্ৰম কৰিব পাৰে। এনে খেতিয়ক আজিকালি পাবলৈকে নাই। খুড়ায়ে মোক

খেতি-বাতিত মন বঢ়ালে। মই হাইস্কুলৰ দুটা শ্রেণী পঢ়ি ভাবিলোঁ, মোৰ এইবোৰৰে নহ'ব। সিফালে পঢ়ুৱাবলৈকো ঘৰত শকতি নোহোৱা হ'ল। মোৰ দুখ লাগিল। মোৰ আৰু ভাদমহীয়া ভাওনাত সেই-বাৰ ভাও লোৱা নহ'ল। বিয়া-সবাহতো মোক মানুহে দেখা নোপোৱা হ'ল। মই তেনেই হতাশ হলোঁ। আই-বোপাই থকা সত্ত্বেও নিজকে বৰ নিঠৰুৱা যেন লাগিল। সিফালে ঘৰতে খেতি-বাতি কৰি থাকি-বলৈকো উপায় নাই। দুই—এহালিচা মাটিত খেতি কৰিনো কি লাভ? সদায় অভাৱতেই দিন যাব। মই ভাবিলোঁ, দুখ ভাগ্যত আছে যেতিয়া, কোনেনো খণ্ডাব? কিজানি মই আজৰিৰ হাঁড়া মানুহখিনিৰ দৰে পৰৰ ঘৰত মৰকীয়াহে হ'ব লাগিব। মোৰ ভাব হ'ল, এনেকৈ জীৱন কটোৱাতকৈ মৰাও ভাল।

স্কুল এৰি এনেকৈ ভাবি-গুণি থাকোতেই এবছৰেই গ'ল। ঘৰত গালি শপনি আৰু বাহিৰতো সকলোৰে আওহেলা। তিলেশ্বৰ খুড়াৰ বাহিৰে কোনেও এটা ফুকলীয়া ল'বাৰ মনৰ দুখ বুজি নেপালে। মই বৰ ভাল ভাৱৰীয়া আছিলোঁ। তিলেশ্বৰ খুড়াই খোলত বিধ বিধ বাজনা ফুটাই মোক নচুৱাই বৰ ভাল পাইছিল। কিন্তু সেইবাৰ ভাদ মাহৰ নামঘৰৰ আখৰাত মোক নেপাই খুড়াৰ মনত কিবা এটা সন্দেহ হ'ল। মোৰ ওচৰ পালেহি। মই খুড়াক মনৰ কথা কলোঁ। খুড়াই বুজি পালে। ক'লে, "বাপেৰো সেই। পঢ়িব নোৱাৰিলি বুলিয়েই কিবা তোৰ ভৰিৰ তলৰ পৃথিৱীখন তল গ'লনে? বাপেৰে এটা বুধি দিব নোৱাৰিলে? কেৱল বুঢ়াই ভাঙৰ চিলিমটো লৈ আকাশ-পাতাল ভাবি থাকিলেই হ'লনে কি? ব'ল, মোৰ লগত।"

মই খুড়াৰ আশ্রয় ললোঁ। খুড়াৰ ভালেমান মাটি। তাৰে ডেৰ-পুৰা মোক দিলে। ক'লে, "তোক বাম মাটি দিছোঁ। কুঁহিয়াৰ খেতি কৰিবি। কিন্তু এবছৰলৈহে দিলোঁ। দুকুৰি টিং গুড় পোৱাৰ পাছত যিকেইটা গুড়ৰ টিন থাকিব, সেইকেইটা মোক দিলেই হ'ল। বুজিলি?"

মই খেতিত লাগি গলোঁ। খুব কষ্ট কৰিবলৈ ধৰিলোঁ। নিজৰ কথা চিন্তা কৰিবলৈ আহৰিকে নোহোৱা হ'ল। খুড়ায়ো দিহা-পৰামৰ্শ দি থাকিল। আচলতে গুড় পালোঁ এশ তিনি টিন। সেইমতে দুকুৰি তিনি টিন খুড়াক দিব লাগছিল। কিন্তু তিলেশ্বৰ খুড়াই একুৰি টিনহে ল'লে। গুড় বেচি ভালেমান পইচা পালোঁ।

খুড়াই সুধিলে, "এতিয়া কি কৰিবি?" মই কলোঁ, "তোৰ কথা মতেই চালছোঁ। তয়ে ক।" খুড়াই কলে, "মাটি কিনিব লাগিব। তই উত্তম খেতিয়ক হৈ পৰিছ। কিন্তু গাঁও এৰিব লাগিব। গাঁৱতে যদি সকলোবোৰ থাকে কাৰো একো নহ'ব।"

এইটো কথা শুনি মোৰ ভাল লাগিল। তিলেশ্বৰ খুড়ায়ো মোক কাঠ ফুলাবড়িত মাটি কিনাৰ বন্দবস্ত কৰি দিলে। মোৰ লগত আমাৰ গাঁৱৰ আৰু পাঁচ ঘৰে মাটি ললে। তেতিয়াৰে পৰাই মই পাঁচ মাহৰ কাৰণে কাঠফুলাবড়িত পমুৱা। মোৰ জীৱনটোৱে গতি লৈছে। এতিয়া আমাৰ হাতীচুঙৰ ঘৰখন বেচ টনকিয়াল। কাঠফুলাবড়িৰ পৰা অনা ধানৰ গছিৰে এতিয়া আমাৰ দুটা ভঁৰাল ফিন্দ খাই থাকে। হাতীচুঙতো বাম ঠাইৰ মাটি কিনিছোঁ। মোৰ এখন কুঁহিয়াৰ পেৰা শালো আছে। হাতীচুঙৰ ঘৰখন পকী হৈছে! কাঠফুলাবড়িৰ ঘৰখনো সোণাৰু খুটাৰে মজবুতকৈ সজা হৈছে। হাল-কোৰ বালো বুলি মোৰ সন্মান কমা নাই, বাঢ়িছেহে। টুকটুকিৰ মিঞাবোৰে মোক 'মহাজন' বুলি কয়। ধানকলৰ মালিক নন্দেশ্বৰে গাদীত বহুৱাই লৈহে মোক কথা সোধে। কুকুৰাবাহীৰ ভেক কেঞাই গোলালৈ গলেই সসন্মানে গমৰ লাক আৰু টিকিৰা খুৱায়।

আকৌ কওঁ—ইয়াৰ মূলতে হ'ল তিলেশ্বৰ খুড়া। তেখেতে মোক ইহকালৰ পৰকালৰ বহু কথাই শিকালে। তেখেতে প্ৰায়ে কয়, "কলিৰ আচল ভকত কোন জান: আমাৰ দৰে খেতি-খোলা কৰা মানুহবোৰহে। আমিয়েই সকলোকে খুৱাইছোঁ, নিজেও ভৰিছোঁ। ইয়াতকৈ আৰু কি পূণ্য থাকিব পাৰে? আচলতে পৰিশ্ৰমী মানুহৰৰ

দৰে আৰু কোনো সুখী পুৰুষ থাকিব নোৱাৰে। হৰিনামে ভূত-প্ৰেত খেদি পঠিয়ায় আৰু দেহৰ পৰিশ্ৰমে মনত অশান্তি দিয়া দুঃচিন্তাবোৰক বাহু লবলৈ নিদিয়ে। আচলতে জীৱনৰ উদ্দেশ্য হ'ল — উন্নতি কৰা নহয়, সুখী হবলৈ সাধনা কৰাহে। সেই কাৰণেই হাল-কোৰ বোৱা মানুহবোৰ সুখী। মাথোন সিহঁতৰ ঈশ্বৰত বিশ্বাস থাকিলেই হ'ল। ঈশ্বৰত বিশ্বাস আৰু পৰিশ্ৰম — এয়ে। ইমানেইহে আমাৰ দৰে ইতৰ জীৱৰ বাবে অমূল্য ধন··· ··”

এতিয়া সেইবোৰ কথা ৰৰকৈ মনত পৰিছে। আৰু মনত পৰিছে তিলেশ্বৰ খুড়াৰ চেহেৰাটো। ওখ-পাখ, ফেঁহুবৰণীয়া মানুহটো পাগটো মাৰি একালে ওলাই গলে বুঢ়া ডাঙৰীয়া যেনহে লাগে। মতগজ মানুহ। এই বয়সতো, কিজানি চাৰে তিনি কুৰিতকৈ বেছি – তেখেতে পাহোৱাল ‘ভেকাৰ দৰে খোজকাঢ়ে। আধা পকা গোঁফ কোচাত আঙুলি বুলাই গলগলীয়া মাতটোৰ কথা কলে শুনি থাকিবৰ মন যায়। মুখৰ পৰা কথাই পতি ঘোষা কীৰ্তনৰ পদ ওলায়। আঁৰু নৰহা ভৰপূৰ মুখখন দেখিলে সকলোৰে ভাব হ'ব এই গৰাকী পুৰুষে অশান্তিক জয় কৰিছে। তেওঁৰ চকুৰে-মুখে কেৱল শান্তি। শ্ৰীমন্ত শংকৰে আৰু ‘ধৰম মূৰ্তি বন্ত’ মাধৱদেৱে শিকোৱা শান্তি। ৰসময় ভকতিৰে মুকুতিৰ কাৰণেই নিস্পৃহ হৈ থকা তেখেত এজন আচল ভকত। মই মাজে মাজে ভাবোঁ, – আমাৰ সত্ৰৰ মকৰন্দ অধিকাৰৰ ওচৰত যদি তিলেশ্বৰ খুড়া বহি থাকে আচলতে কাক বাৰু অধিকাৰ যেন লাগিব? নিশ্চয় খুড়াকহে আচল অধিকাৰ যেন লাগিব। কিয়নো খুড়া বিষয়ত থাকিও বিষয়চিন্তাৰ পৰা নিলগত। ইফালে অধিকাৰ প্ৰভু বিষয়ৰ পৰা নিলগত থাকিও ‘বিষয়ে জৰাজৰ’। অধিকাৰ প্ৰভুৰ ঈশ্বৰ চিন্তাতকৈ নিস্পিখেৰাজ মাটি নিজৰ হাতত ৰাখি খোৱাৰ চিন্তা আৰু গুৰুমাননী পোৱাৰ চিন্তাহে অধিক প্ৰবল।

পিছে খুড়াৰ কথা ভাবিলে দুখ লাগে। তিলেশ্বৰ খুড়াৰনো এই অচিন বেমাৰটো হঠাতে হ'ব লাগেনে? তেখেতক ঈশ্বৰে এনেকৈ

ভকতিব পৰীক্ষা কৰি চাব নেলাগিছিল। কিবা যোজে স্নায়ুবোৰ হেনো বিকল। মই পামত থাও খেতি কৰিবলৈ বুলি চাৰি পাঁচ মাহৰ বাবে ওলাই অহাৰ আগতে খুড়াৰ তালৈ গলোঁ। প্ৰায় এবছৰৰ আগলৈকে আলিৰ বাটৰ শোভা বঢ়াই বঢ়িয়াকৈ ঘূৰি ফুৰা মানুহজনৰ এনে অৱস্থা দেখি মোৰ অজানিতে চকুলো ওলাল। তাকে দেখি খুড়া পোনতে বিমৰিষ হোৱা যেন লাগিল। কিন্তু খন্তেক পাছতে স্বাভাৱিক হৈ মোক পিঠিত হাত ফুৰাই কলে, "শোক নকৰিবি, সকমণি, এয়া জীৱনৰ নিয়ম। সময় আহিলে যাব লাগে; ইমানেই। তইঁতে মোক অমৰ বুলি ভাবিছ নেকি? আমাৰ দেশত মানুহৰ গড়পাত্তা বয়স কিমান জান? নিশ্চয় দুকুৰিৰ বেছি নহয়। অথচ তোৰ খুড়াৰে তিনি কুৰি দহ বছৰ পাৰ কৰিলে। তাকো পৰাক্ৰমেৰে। হেঃ হেঃ—। তাৰ বাবে ভগৱন্তক শলাগহে ল'ব লাগে! তই আকৌ চকুলো টুকিছ? বেঙা ল'ৰা!"

তথাপি মই সান্ত্বনা নেপালোঁ। খুড়াৰ ওচৰত দুধাৰি চকুলো লুকুৱাব নোৱাৰিলোঁ। মোৰ মাতটো থোকাথুকি হৈ গ'ল। খুড়াই কিজানি বুজি পালে। সেয়েহে আকৌ ক'লে, "তই এতিয়া যা। মোক পাৰিহি। মই খবৰ দিয়াম। মই গম পাম—সময় চাপি আহিছে বুলি। মোৰ মৰণ এটা সুখৰ কথাহে। জীৱনত বহুত পালোঁ। মৰম-স্নেহ, সুখ-শান্তি, সংসাৰৰ সুখ, সকলো। আৰু একো পাবলৈ নাই। মই পুত্ৰ-পৰিয়ালক অসাৰ বুলি নেভাবোঁ। সিহঁতৰ কাৰণে সকলো কৰিলোঁ। সিহঁতেও মোক বেচ সুখ-শান্তি দিলে যেতিয়া মোৰ আৰু কিহৰ আপচোচ? বুইছ, সকমণি, অতৃপ্ত মানুহৰহে মৃত্যু ভয় থাকে। ফল পকিলে ডালৰ পৰা সৰে, বয়স হলে মানুহ মৰে। ইমানেই। কেৱল ব্যাধিৰ কাৰণেই মানুহ মৰেনে কি? মৰাটো জীৱ জগতৰ নিয়ম।"

মই একো নেমাতিলোঁ। ভৰি দুখন ছুই সেৱা জনাই আঁতৰি

আহিবৰ সময়ত খুড়াই আকৌ ক'লে, "তাৰ ঠিক জাননী পাবি। আনে ইয়াকে শুনিলেও তোক ক'বগৈ। তই চেতিয়া আহিবি। মই মৰাৰ আগতে মাজ নিশা কড়াইখোৱা গছতলৰ পৰা তিৰোতা মানুহৰ বিননি শুনিবি। তাৰ অৰ্থ হ'ল—মই সুখ-দুখৰ পৃথিৱীখন এৰিবৰ হ'ল; গাঁৱৰ লখিমীয়ে মোক এইদৰে শেষ বিদায় দিলে বুলি বুজি লবি।"

সেয়েহে কণতিলা গায়নে মোক খবৰ দিয়াৰ লগে লগেই আজি সুধিছিলোঁ, "কালি ৰাতি কড়াইখোৱা গছতলত গাঁৱৰ ভাগ্য লক্ষ্মীয়ে বিনাইছিলনে নাই?" কণতিলাই কৈছিল, "এতিয়ালৈকে কোনেও শুনা নাই তিলেশ্বৰ বায়নে কেতিয়া মুক্তি পায় ঠিক নাই। পৰহিৰে পৰা মাত-কথা নাই। আচলতে বায়েনে চথা দিনাই চেতনা নাই-কীয়া হ'ব বুলি জানি তোৰ ভূ লৈছিল। কৈছিল—তাক আনগৈ।"

ইয়াকে শুনিহে মই অতিশয় আচম্বিত। এনে এজন পুৰুষৰ এই অৱস্থা হ'বলৈ পালে কেনেকৈ? এইটো ভগৱন্তৰ কি বিচাৰ? অজামিলৰ দৰে পাপীয়েও মৰিবৰ আগতে 'নাৰায়ণ, নাৰায়ণ বোলাৰ সুবিধা পাই স্বৰ্গগামী হ'ল, অথচ আমাৰ তিলেশ্বৰ খুড়াৰ দৰে এজন লোকে হৰি নাম মুখত লৈ মৰিব নোৱাৰিব? মই এতিয়াও ভাবি আছোঁ,—খুড়াৰ নিশ্চয় মৰিবৰ সময় হোৱা নাই, তেখেতে নিশ্চয় চেতনা ঘূৰাই পাব, কোনোৱা এটা দিনত হয়তো ৰাম নাম জপি মুখত হাঁহি লৈ তেখেতে ইচ্ছামৃত্যু বৰণ কৰিব।

মই এনে এটা আশা মনত পুহিয়েই এটা গভীৰ আশঙ্কাৰে গধূলি হাতীচুঙত সোমাইছোঁ। দূৰৈত ডবাৰ শব্দ। এয়া আমাৰ যুৰীয়া নামঘৰৰ পৰা অহা শব্দ। নিশ্চয় শ্ৰীধৰ বৰাই ডবাত কোব দিছে। হাঁহ চৰা পুখুৰীৰ ওচৰত কণপাই পণ্ডিতৰ ঘৰ। পণ্ডিতে দুখত গোৱা গীতৰ একুট মোৰ কাণত পৰিছে: গকুলে আজি গোপাল বিনে ভয়ো অন্ধিয়াৰি,—উগত তনুমন, গয়োৰে গোবিন্দ, হামাৰী প্ৰাণৰ ধন, কোন পান্থে গেল মাধাই।

এই কাল সন্ধিয়া কোনো এজোপা গছৰ জোপোহাৰ পৰা ফেঁচাই 'নিঔ নিঔ' কৰা নাই। মোৰ ভাব হৈছে, তিলেশ্বৰ খুড়াৰ দৰে ভক্ত সিপুৰীলৈ যাবৰ বেলিকা ফেঁচাই 'নিঔ নিঔ' বুলি ভয় লগা অৱস্থা নকৰে।

সন্ধিয়াটো আত ডাঠ হৈ আহিছে। বাঁহতলীত ফুলি থকা কথনাবোৰক জোনাকীৰ ক্ষণিক পোহৰে চকামকাকৈ জিলিকাইছে। গৰুৱে হেম্বেলিয়াইছে। কুকুৰে ভুকিছে। এয়া প্ৰাণৰ সঁহাৰি। কিন্তু বিৰূপ প্ৰকৃতিৰ সঁহাৰি। মোৰ বুকুখন চিৰিংকৈ গৈছে। এই মাত্ৰ বৰ গছজোপাৰ তল পাওঁতে আলিয়েদি ক'লা মেকুৰী এটা পাৰ হৈ গ'ল। আন্ধাৰত তাৰ চকুহাল তৰবৰাই আছিল। সি বাৰু কিহৰ জাননী দিলে? লগতে আকৌ হুডুৰ হুটা মাত। মোৰ বৰ ভয় হ'ল। চাইকেলখন খুব বেগেৰে চলাবলৈ ধৰিলোঁ। নিশ্চয় তিলেশ্বৰ খুড়াক মৰাৰ আগতে পামগৈ। ঈশ্বৰে মোৰ আশা পূৰণ কৰিবই।

ঘৰত কোনো মতে মাতটো লগায়েই খুড়াৰ ওচৰ পালোগৈ। খুড়াৰ ঘৰত বহুত মানুহ। বিয়া দিয়া ছোৱালী দুজনী আৰু জোৱায়েক দুটাও আছেহি। লগতে পাঁচটা ল'ৰা-ছোৱালী। দুটা বুজন নাতি। বাকীখিনি মানুহতো আছেই। অৰ্থাৎ দুটা ল'ৰা, দুজনী বোৱাৰী আৰু সাতটা নাতি-নাতিনী। ইমানবোৰ মানুহ আছে, অথচ মানুহ থকাৰ উম ঘামেই নাই। সকলোকে বিষাদে সামৰি লৈছে। তিলেশ্বৰ খুড়াৰ বিছনাৰ কাষত আছে অম্বিকা খুড়ী, মিহিৰাম সাতোলা, সিদ্ধি হাজৰিকা, অনিৰুদ্ধ খনিকৰ আৰু আমাৰ কণতিলা গায়ন। আটাই কেইজন তিলেশ্বৰ খুড়াৰ লগৰ বুঢ়া ভকত। খুড়া তেওঁলোকৰ লগত একেলগে নাজিৰাৰ বুধবৰীয়া গোঁসাইৰ ওচৰত শৰণ-ভজন লৈছিল।

মোক দেখি কণতিলা গায়ন আশ্বস্ত হোৱা যেন লাগিল। চকু চকুৱে পৰাত মই সুধিলোঁ, "অলপ বাৰু পাইছেনে?" ওচৰৰ কেৱে

সন্নিধান নিদিলে অর্থাৎ সন্নিধান দিয়াৰ একো আৱশ্যক নেদেখিলে। মই পোনচে খুড়াৰ ভৰি-পথানৰ কালে গৈ ভৰি চুই সেৱা কৰিলোঁ। মই আঁতৰাই আহি থৰ হৈ খুড়াৰ মুখলৈ চালোঁ। তেখেতে মোৰ ফালে চকু দুটা ঘূৰালে। কিন্তু মোক চিনি পালে বুলি অকণো ভাব নহ'ল। খুড়াৰ ইন্দ্ৰিয়বোৰে কাম কৰা নাই। এতিয়া আটিল মুখখন আৰু আটিল হৈ থকা নাই। মুখৰ মঙহবোৰ ভাঁজ একোটা লৈ ওলমিছে। চেলাউৰিহাল চকুৰ ফালে বেছিকৈ ওলমিছে। কাণৰ লতি পৰিছে। নাকৰ পাহি লৰিছে। আগৰ ফেঁহু বৰণীয়া গাৰ বৰণটো এতিয়া শেঁতা হালধীয়া হৈছে। মোৰ ভাব হৈছে, এটা সুন্দৰ মন্দিৰ যেন কালৰ গ্ৰাসত পৰি পঁচি খহি পৰিছে।

ইয়াকে চাই চাই মই চকুলো সৰালোঁ আৰু বাকী থকা চকুলোখিনি শুকুৱাই পেলালোঁ। অতৰ্কিতে মুখৰ পৰা এটা দীঘল হুমুনিয়াহ ওলাল। এৰা খুড়া আৰু জী নেথাকে। খুড়াই খুব কষ্টেৰেহে উশাহ লৈছে। বুকুখনে বৰ ঘনাই ঘনাই উঠা-নমা কৰিছে। হাতৰ জেঠাঁডালৰ কঁপনিও বৰ ঘন ঘন। খুড়া আজিলৈকে তিনি দিন অচেতন অৱস্থাত আছে। পেটলৈ পানী এটোপাও যোৱা নাই। খুড়াৰ আত্মীয়সকলৰ মুখলৈ চাই বুজিলোঁ, খুড়াৰ মৃত্যুৰ যন্ত্ৰণা দেখি তেখেতসকলৰ অন্তৰত দহন হৈছে আৰু হয়তো খুড়াৰ সততে মৰণহে বাঞ্ছা কৰিছে।

"আৰুনো কিমান কষ্ট সহিব? দেখিয়েই কিবা লাগিছে।" মিহি-স্বাম সাতোলাই কোৱা শুনিলোঁ। তাকে শুনি অনিৰুদ্ধ খাটনিয়াৰে মাত লগালে, "এৰা, পৃথিৱীত যে জীৱৰ যন্ত্ৰণা! অৱশ্যে সকলো প্ৰভুৰেই ইচ্ছা।"

ইয়াকে শুনি অম্বিকা খুড়ীয়ে ওপৰলৈ চালে। ভাব হ'ল, খুড়ীয়ে যেন ওপৰৰ নেদেখাজনৰ পৰা কৃপা বিচাৰিলে। কণতিলা বায়নক অৱশ্যে স্বাভাৱিক ৰূপত দেখিলোঁ। মোক কলে, "তই আজি ৰাতি খপিব লাগিব। অৱশ্যে মই মাজ নিশা আহি তোক সলাই দিমহি। এতিয়া মোৰ তাতে এমুঠি খাই আহগৈ।"

দুপৰ নিশা। চৌপাশে নিজম। মই খুড়াৰ কাষত। খুড়ী কোঠাটোতে থকা আন এখন বিছনাত পৰি আছে। মই ভাবিছোঁ, আজি যদি খুড়াৰ মাত-কথা থাকিলহেঁতেন, আমাক যে কিমান অভয় দি থাকিলহেঁতেন!

এনেতে 'শ্ৰীবিষ্ণু শ্ৰীবিষ্ণু' বুলি কণতিলা গায়ন উধাতু খাই কোঠাত সোমালহি মই সুধিলোঁ, "সাপ চাপনে কি? গায়ন হঠাতে বৰ গহীন হ'ল তথাপি তেওঁৰ উশাহবোৰ ঘন ঘন। মোক কলে, "কথা গুৰুতৰ। নিশ্চয় কিবা এটা কৰিব লাগিব। মই একো পাৰ পোৱা নাই। কথাটো তয়ে মরে একে লগে ভাবিব লাগিব। যি কাণ্ড দেখিলোঁ, আন হোৱা হলে তাৰ ভঁৰাল ঘৰটো পোৱাৰ আগতেই আধ্যা হ'লহেঁতেন, বুকু বন্ধ হৈ মৰিলেহেঁতেন। মই এনে কাণ্ড আগতেও দেখিছোঁ কাৰণে শ্ৰীবিষ্ণুৰ নাম লৈ নিজকে চম্ভালিছোঁ।"

গায়নৰ মুখত বুজিব নোৱাৰা অথচ সঁচা সঁচা লগা আচৰিত কথা-বোৰৰ পৰা মই অতিকৈ ভয় খালোঁ। তাকো মাজ নিশা মৃত্যুলৈ বাট চাই থকা এজন ৰোগীৰ ওচৰত। বাহিৰত ঘন আন্ধাৰ। দূৰৈত ফেউৰাৰ মাত। তাতোকৈ দূৰৈৰ ধমপুৰা হাবিৰ পৰা অচিন ৰাতিৰ চৰাইৰ ৰিণিকি ৰিণিকি আৱাৰে ৰাতিটো তেনেই ভয়লগা কৰি তুলিছে। লগতে কণতিলা গায়নৰ ভূতে পোৱা মানুহৰ দৰে চকু দুটাই মোৰ কলিজা কোঁচ খুৱাইছে। মই নিৰুপায় হৈ চকুহাল মুদি দি শুনিছোঁ তিলেশ্বৰ খুড়াৰ জীৱনৰ লগত যুঁজ কৰি বাচি-বলৈ বিচৰা আস্ফালন আৰু ডিঙি-বুকু ভাঙি ল'ব খোজা উশাহবোৰ।

আমাৰ কথা শুনি হয়তো অম্বিকা খুড়ীৰ তপালীয়া টোপনি ভাগিল। তেখেত পাটীৰ পৰা উঠি বহিল। পোনতে খুড়ালৈ চালে। তাৰ পাচত খুড়াৰ ওচৰত বহিলহি। এনেতে কণতিলা গায়নে মোক ঠাৰে ঠিঙ্গাৰে কাষৰ চ'ৰাঘৰটোলৈ মাতি নিলে। চ'ৰাঘৰত গায়নে দিয়া বিবৰণ শুনি মোৰ গাৰ নোম শিয়ঁৰি উঠিল। এনে আখ্যান মই আগতে কাহানিও শুনা নাছিলো।

গায়নে ঘৰৰ পৰা আহি আন্ধাৰত তিলেশ্বৰ খুড়াৰ পদুলি পাওঁতে তেওঁৰ মনত কিবা এটা সন্দেহৰ ভাব হ'ল। গাটো গহীন গহীন লাগি গ'ল। হাতত লেম বা টৰ্চ নাছিল। কিন্তু তেওঁ উমানে উমানে আহিবলৈ ইচ্ছা নকৰিলে। বুকু জেপৰ পৰা জুই শলাটো উলিয়াই কাঠি এটা মাৰিলে। কিছু পোহৰ হ'ল। সেই পোহৰত দেখিলে তিনিটা ভয়ঙ্কৰ জীৱ। মাটিত ভৰি নিদিয়াকৈ দেও দি দি খোজ দিছে। সিহঁতৰ চকুবোৰ প্ৰকাণ্ড। আন্ধাৰতো জিলিকে। মুখ বিকট। সাজপাৰ বিচিত্ৰ। তৰাৰ পোহৰতো সিহঁতৰ ভয়াবহ অৱয়ব ধৰিব পাৰি। গায়নৰ খিতাতে মনলৈ আহিল এটা কথা। ইহঁত নিশ্চয় যমদূত। কীৰ্ত্তনত থকা যমদূতৰ বিবৰণৰ লগত ইহঁতৰ হুবহু মিল। "কৃষ্ণ বৰ্ণ কায়, দেখি জৌউ যায়, হাতত লোহাৰ ভাং।" সিহঁত তিলেশ্বৰ খুড়াৰ চোতালৰ আগৰ ভঁৰাল ঘৰটো আৰু খেৰঘৰটোৰ মাজৰ জেকা ঠাইকণত থূপ খাই আছে।

ইয়াকে দেখি কণতিলা গায়নৰ গাটো শিয়ঁৰি উঠা পিছ কথা, ভৰিৰ পৰা মূৰলৈকে গাটেই গাটো জ্বৰে-ঘমা দিলে। তথাপি উপস্থিত বুদ্ধি নেহেৰুৱালে। তেওঁ ভগবন্তৰ নাম ললে এনেকৈ: ৰাম ৰাম, হৰি হৰি, শ্ৰীবিষ্ণু! এই কালান্তক সোপাক সময় নৌহওঁতেই কিয় দেখুৱা, প্ৰভো? তিলেশ্বৰৰ দৰে হৰি-ভকতক নিবলৈ তুমিতো ইহঁতক পঠাব নেলাগিছিল!

ঈশ্বৰৰ নাম শুনাৰ লগে লগেই যমদূত কেইটা ফাঁহি চিটিকা দিলে। পদূলিৰ বকুল জোপাৰ থাল এটা ভাঙি সিহঁত অহাৰ চিন ৰাখি গ'ল।

কথাখিনি শেষ কৰি গায়নে কলে, "এইটো বৰ বেয়া লক্ষণ। তিলেশ্বৰ আতৈৰ আয়ুসত চাউল নাই। সেই বুলি যমদূত আহিব কিয়? আতৈতো পাতকী নাছিল! নিশ্চয় ক'ৰবাত কিবা এটা গণ্ডগোল আছে। হয়তো আতৈৰ কিবা পাতকৰ কথা গুৰু-ভকতৰ আগত ক'বলৈ থাকি গ'ল। সেই কাৰণেই জীৱটো ওলাই যাব

পথা নাই। অথচ আতৈৰ মাত-কথাও হুৱিল। তেনেহলে উপায় ?"

মই একো ক'ব নোৱাৰিলোঁ। গায়নৰ সন্দেহ পিছে সঁচা হ'ব পাৰে। যতুমণি ভকতৰ এই অৱস্থা হৈছিল। লেলাই ধেন্দাই এপৰ থাকিল। তথাপি জীৱ নেযায়হে নেযায়। শেষত তেওঁ নিজ জীৱনৰ এটা কলঙ্কৰ কথা কলে। তাৰ পাছতেই তেওঁ ঢুকাল।

কিন্তু তিলেশ্বৰ খুড়াৰ চৰিত্ৰত কিবা ঘুণ আছে বুলি মোৰ মনে নধৰে। খুড়াৰ জীৱনটো এখন মুকলি আকাশৰ দৰে। আৰু, থকা-হেঁতেন আগতে ব্যক্ত কৰি সকলো লেখা মাৰি ল'লেহেঁতেন।

ইয়াকে মই কণতিলা গায়নক কলোঁ। গায়ন কিজানি পতিয়ন নগ'ল। তেওঁ মোক সুধিলে, "তেনেহলে আলেঙে আলেঙে যমদূত খাপ পিটি আছে কিয় ? এনে এজন পুণ্যবান মানুহক নিবলৈ বিষ্ণুদূতহে আহিব লাগে !"

মই একো নকলোঁ। মোক গোটেই নিশা এটা কথাই থকা-সৰকা কৰিলে। তিলেশ্বৰ খুড়াৰ জীৱনত কিবা অশোভন গোপন কথা থাকিব পাৰেনে ? আৰু বিষ্ণুদূত নাহি যমদূত কিয় আহিলে ?

পাছদিনা তিলেশ্বৰ খুড়াৰ এৰি অহা জীৱনটোৰ কথা সুঁৱৰি মোক থকা-সৰকা কৰা প্ৰশ্ন দুটাৰ সমিধান পাই গলোঁ। তাৰ এটাইহে সমিধান। সেই আপদীয়া সাঁচিপতীয়া পুথিখন। কিবা হেনো 'আদ্‌ধনীয়া চৰিত'। তাত শ্ৰীমন্ত শংকৰ গুৰুৰ কথা লেখা আছে। শ্ৰীমন্ত শংকৰ গুৰুৰ মাধৱদেৱৰ দৰে অতি প্ৰিয় আন এজন শিষ্যই লেখিছিল। পুথিত প্ৰণেতাৰ নামো আছে। তেখেতো সেই যুগৰে পুৰুষ। নামটো উচ্চাৰণ কৰাত মানা। এই কথা খুড়াই মোক দহাই দহাই কৈছিল। উচ্চাৰণ কৰিলে হেনো বাক্‌ৰোধ হয়। তাৰ হেনো প্ৰমাণ আছে। গতিকে খুড়ায়েও মোক সেই শিষ্য গৰাকীৰ নাম নকলে।

এইখন পুথিক কলিকালগা পুথি বুলিও ক'ব পাৰি। এইখন পুথি যাৰ ঘৰত থাকে সেই ঘৰ মানুহে যদি কিছুমান নিয়ম মানি

নচলে আক বছেৰেকত এবাৰ পুথিখন থাপনাৰ পৰা আনি গুৰু-ভকত গোটাই নাম গোৱা এভাগি নেপাতে, তেনেহলে গৃহস্থ ঘৰৰ মহা বিপদ।

খুড়াই পুথিখন পোৱাৰ আখ্যানো বৰ আচৰিত। ভৰ জোৱান কালত খুড়াই লক্ষ্মীমপুৰৰ ফালে চাহ বাগিছাত চাকৰি কৰিছিল। সেই সময়তে তেখেতে এই পুথিখন পায়। এজন অতি নিছলা অৱস্থাৰ মানুহে তেখেতক এই পুথিখন দিছিল। মানুহজনৰ নাম হৰিকান্ত মহন্ত। তেওঁ খুড়াক কলেহি, "এই পুথি আপোনাৰ ঘৰতহে থকা উচিত। মই সত্ৰ বংশৰ মানুহ। কিন্তু মোৰ এনে হীন অৱস্থা যে বছৰে বছৰে পুথিখন থকাৰ বাবে শৰাধ পাতিবৰ উপায় নাই। শুচিকৈ ৰখাৰো উপায় নাই। ছুটা অধম ল'ৰাৰ পিতৃ হলোঁ। সিহঁতে মোক নেলাগে গুৰু-গোঁসাইকো নেমানে। মোৰ ঘৰত এই পুথি থকা উচিত নহয়।" ইয়াকে শুনি খুড়াই পুথিখন ৰাখিবলৈ অমান্তি নহ'ল। সেই ডেকা কালতো তিলেশ্বৰ খুড়া নিয়মত চলিছিল। দিনৌ গোঁসাই-সেৱা কৰিছিল। গতিকে পুথিখন ৰাখিলে। তাৰ পাছতেই আকৌ খুড়াৰ জীৱন সলনি হ'ল। চাহ বাগিছাৰ চাহাবৰ লগত তেখেতৰ এদিন বেয়াকৈ বাক্‌বিতণ্ডা হ'ল। সেইটো চাহাবক তেখেতৰ তেনেই অপছন্দ। সি বাগানৰ বনুৱাবোৰক বৰ অত্যাচাৰ কৰে। চৰিত্ৰও অতিকৈ হীন। বনুৱা গাভৰুবোৰক নিজৰ সম্পত্তি বুলি ধৰি উপভোগ কৰি থকাটো সেই চাহাবটোৰ জীৱনত অতি সাধাৰণ ঘটনা। সাতে সোতৰে তিলেশ্বৰ খুড়াই চাকৰি ইস্তফা দিলে। নিজ ঘৰলৈ আহিল নতুন এটা সংকল্প লৈ। সংকল্পটো এনে ধৰণৰ ইহঁতে দৰৱ-পাতি, সাৰ-পানী দি চাহৰ দৰে কঠিন খেতি এটা কৰি লাখে লাখে ধন ঘটিব পাৰে, মইনো কম আয়াসতে ধান-কুঁহিয়াৰ খেতিও কৰিব নোৱাৰিমনে?

কেই বছৰমানৰ ভিতৰতে আমাৰ তিলেশ্বৰ খুড়া গাঁওখনৰ ভিতৰতে উত্তম খেতিয়ক হ'ল। বহুত ধনো হ'ল। অৱশ্যে তাৰ ভালেখিনি

দানো দিলে। বৰ নামঘৰটো নকৈ সাজিবলৈ কেবাটাও সাল গছৰ খুটা দিলে। হেমাৰবৰি সত্ৰলৈ এখন সিংহাসন দান কৰিলে। অকল ইমানেই নহয়। খুড়া অহাৰ লগে লগেই গাঁওখন জীপ্ ধৰি উঠিল। সঘনে ভাওনা-সবাহ হ'বলৈ ধৰিলে। কিন্তু পুথিখনেহে খুড়াক হোলোকে হোলোকে পানী খুৱালে। অথন্তৰ আৰম্ভ হ'ল, কোনো এটা বছৰৰ ভাদ মাহৰ পৰা। খুড়াৰ এটা ঘোঁৰা আছিল। এবাৰ 'অশ্বমেধ যজ্ঞ' ভাওনা পাতোতে খুড়াই ৰাইজক কাগজৰ চকা লগোৱা ঘোঁৰা সাজিবলৈ নিদিলে। আচল ঘোঁৰাটোকে দিলে। ঘোঁৰাটোৱে সাইলাখ 'অশ্বমেধ'ৰ ঘোঁৰাৰ দৰেই ভাওনাৰ ৰাইজক মোহিত কৰিলে। কিন্তু পিছদিনাই ঘোঁৰাটো নোহোৱা হ'ল। বিচাৰি চলাথ কৰা হ'ল। কিন্তু কেৱে নেপালে। অৱশেষত গঞাই ভাবিলে, ঘোঁৰাই গতি পালে, অন্তৰ্ধান হৈ সৰগ পালেগৈ।

তাৰ পাছতে আকৌ খুড়াৰ যোৱা-থোৱা অসুখ। সন্নিপাত জ্বৰ। মদন কবিৰাজৰ আপভাল আৰু দৰৱ-পথ্য পাই কোনোমতে বাচিল। সেইবাৰেই আকৌ পথাৰত শূৰ পোক আৰু গান্ধী পোকৰ উপদ্ৰৱ। মানুহে ধানো চপাব নোৱাৰিলে। বিয়াৰ কাৰণে দিনবাৰ ঠিক হৈ থকা খুড়াকৰ ভনীয়েকজনী হাইজা হৈ আঘোণৰ পহিলা সপ্তাহতে ঢুকাল। আঘোণৰ শেহত আকৌ পথাৰৰ পৰা ভাওৰী চোৰ হ'ল। ভাল বলদ এহাল মুখেদি ফেন উলিয়াই, পেট ফুলাই ফুলাই, ফোঁপাই ফোঁপাই মৰিল। অকস্মাতে এনেবোৰ অপায়-অমঙ্গল দেখি খুড়াই অম্বিকা খুড়ীক কলে, "মই হলে একো আও ভাও বুজি পোৱা নাই। ঘৰখনৰ দিনে দিনে শ্ৰীবৃদ্ধি হানি হৈ আহিছে।"

অম্বীকা খুড়ী তেতিয়া এটা সন্তানৰ মাক। তেখেতে কলে, "এয়া ভগৱন্তৰে কাম। আমাক পৰীক্ষা কৰি চাইছে। হয়তো ধন-ধান হোৱাৰ কাৰণে আমাৰ অহঙ্কাৰ হৈছে। তাকে খৰ্ব কৰিবলৈ বিচাৰিছে।" কথাটো খুড়াৰ মনে ধৰিলে। তেখেতে কলে, "এৰা, আমি মন্দমতি মানুহ। অজানিতে যে কত দোষ হয়!"

সেই ৰাতি বহু পৰলৈকে খুড়াই কাকুতি ধোৱা মাতি থাকিল, কিন্তু টোপনি হবিল। শেষত এই কূট ঘোষা কেবাবাৰো উচ্চাৰিলে—

সহস্ৰ সহস্ৰ অতি    অপৰাধ দিনে ৰাতি
কৰো মই মহা মূঢ়জন।
আমি প্ৰভু তযু দাস    আকে মানি জগবাস
ক্ষমিয়েকে শ্ৰীমধুসূদন॥

এনেকৈ মতাৰ পাছতেই ইয়াৰ মৰ্মই খুড়াৰ শৰীৰত ইন্দ্ৰজালৰ কাম কৰিলে। খুড়াৰ টোপনি আহিল। এটা পাহৰিব নোৱৰা সপোনো দেখিলে। সপোনত এগৰাকী সুপুৰুষে দেখা দিলেহি। তেনেই সাধু-মহন্তৰ ৰূপ। পাহকটা চুলিত তুলসী গোজা আছে। গৌৰবৰ্ণ কায় অতি সুশোভন। মুখত অপৰূপ কান্তি। তেখেতে কলে, ""মই ভণিতা কৰা শাস্ত্ৰ তোমাসবৰ তাতে আছে। আদখনীয়া হৈয়ে ৰ'ল। পূৰ্ণ কৰিবৰ খেণ পোৱা নগ'ল। সেই হেতু মোৰ নাম মুচ্চাৰিবা। পুথি যতনে ৰাখিবা। বৰিষে এবাৰ সাধু-ভকতক মাতি আনি পুথিৰ সমীপত হৰিগুণ গোৱাবা। নহলে কিন্তু অথন্তৰ।

সপোনৰ পাচতেই খুড়াই সাৰ পালে। বগী তামৰ চাকিটো জ্বলালে। খুড়ীকো জগালে। খড়ীয়ে দেখিলে যে খুড়াৰ মুখত সুপ্ৰসন্ন মিচিকনি। তেখেতে সকলো কথা কলে। খুড়ীয়েও শুনি সকাহ পালে। ঘৰৰ সকলো অথন্তৰৰ মোৰ পাই গ'ল। তেতিয়াৰে পৰা বছেৰকত এবাৰকৈ 'আদখনীয়া চৰিত' পাপনাত থৈ নাম গোৱা পতাটো এটা নিয়ম হৈ পৰিল। সেইবোৰ আমাৰ মনত পৰা দিনৰ কথা।

কিন্তু এতিয়া, মানে যোৱা কেবা বছৰৰ পৰা, সেই পুথিৰ মাহাত্ম্যৰ কথা পাহৰিয়েই আছিলোঁ। এৰা, এয়া পাহৰাৰে দিন। পুথিৰ মাহাত্ম্যৰ কমিছেনে নাই মোৰ দৰে মানুহে মত দিব নোৱাৰেঁ। কিন্তু ইহকালৰ বিষয়-চিন্তাত মজি মানুহে ঈশ্বৰ-ভক্তিক উলাই কৰিছে। এতিয়া হেনো যুক্তিয়ে ঈশ্বৰক ওফৰাব খজিছে। বোমা, আকাশী

জাহাজ, ৰেডিঅ', দৰৱপাতি আদি উলিওৱা নতুন মানুহবোৰৰ কৃপাহে হেনো আমাক লাগে, ঈশ্বৰ বোলা নেদেখাজনক হেনো ভাবনা কৰাৰ কোনো অৰ্থ নাই। এতিয়া বৰ আয়ে একোখন গাঁও উচন নকৰে। হাইজাতো তেনেকৈ মানুহ নমৰে। মেলেৰীয়া-কলাজ্বৰ উচন হ'ল। বুদ্ধিৰ জোৰত মানুহে চন্দ্ৰত ভৰি দিয়াৰ খবৰ পালোঁ, ছবিও দেখা পালোঁ। ৰেডিঅ'-আকাশী জাহাজে আৰু নানা বিধ কল-কাৰখানাই নেদেখাজনৰ মহিমাক তল পেলালে। এতিয়া গাঁৱৰ মানুহেও খবৰা কাকতৰ ভাষাত কথা পাতে, ৰাজনীতিৰ কাৰচাজিৰ কথা কয়, ৰাস্তা-দলং নহলে মন্ত্ৰীক ওজৰ কৰেগৈ। মানুহে সংগ্ৰামৰ কথা কয়; তেওঁলোকৰ মুখত ভাগৱত-পুৰাণৰ কথা নোলায়।

এনে এটা যুগত কেৱল কণতিলা গায়ন, তিলেশ্বৰ খুড়া, মিহিৰাম সাতোলা, অনিৰুদ্ধ খনিকৰ আৰু অম্বিকা খুড়ীয়েই পুৰণি হৈ যোৱা নাই, ছকুৰি বছৰ পাৰ নৌ হাওতেই ময়ো পুৰণা হৈ গৈছোঁ। এই যুগত ইয়াতকৈ ভাঙৰ সাঁথৰ কি থাকিব পাৰে? মোৰ এটাই প্ৰশ্ন আমি ভৰা যুক্তি আৰু প্ৰমাণেৰে ঢুকি নোপোৱা আৰু এতিয়াৰ যাদুকৰী শক্তি থকা যন্ত্ৰবিদ্যাত পাৰ্গত মানুহবোৰৰ বুদ্ধিৰে ঢুকি নোপোৱা আৰু কিবা সত্য আছেনে? নিশ্চয় আছে। নহলে আমি কিহৰ আলম লৈ জীয়াই থাকিম?

সেয়েহে খুড়ীক আচুতীয়াকৈ মাতি নি সুধিলোঁ, "আদৰণীয়া চৰিতৰ এই কেইবছৰ ভাল দিহা কৰা হৈছেনে?" খুড়ীয়ে কলে, "ক'তনো একেৰা মহ-প্ৰসাদ দিবলৈ সুবিধা ওলাইছে, বোপাই? ল'ৰাকেইটা আলেঙে আলেঙে থকাৰ কাৰণে যোৱা দুবছৰ সুবিধাকে কৰিব পৰা নাই। মাহ-চাউল এপোহা দি সেৱা ল'বলৈকো জানো কম দিগদাৰ? ভাবিলোঁ, মানুহবোৰেই যেতিয়া এইবোৰলৈ মতি নাই, আমিনো সবাহ পাতো কিয়? ভকতক খুৱাব পৰাহে আচল কথা!"

মই ইয়াকে শুনি সকলো বুজি পালোঁ। খুড়ীৰ নিশ্চয় ভুল হৈছে। খুড়াই নিশ্চয় নাম-গোৱা পাতিবলৈ কৈছিল। ল'ৰাইতৰ

আওকাণ দেখি হয়তো মনে মনে আছিল। খুড়াৰ ল'ৰা দুটা। কিন্তু এটাও খেতিয়ক নহ'ল। এটা অভাৱচিয়াৰ হৈ আঁতৰত থাকে। বিহুৰে-সংক্ৰান্তিয়েও ঘৰলৈ নাহে। পূজাৰ বন্ধ পৰিলেহে আহে। ইটো আকৌ মথাউৰি বন্ধোৱা ঠিকাদাৰ। দুয়োৰে ধৰম কৰমলৈ মতি নাই। সিহঁত দুয়োটা এতিয়া বাপেকৰ অসুখ দেখি ঘৰতে আছেহি। কিন্তু সিহঁত খুড়াৰ পাটীৰ কাষত তেনেকৈ নেথাকেই। কিজানি এনে সময়ত ঘৰত থাকিব লাগে কাৰণেই কাম থতি কৰি আছেহি। সিহঁতে খুড়া মৰিলেহে যেন ৰক্ষা পায় আৰু সোন-কালে নিজৰ কামত লাগি যবে পাৰে। সিহঁত দুয়োটাকে মোৰ পছন্দ নহয়। কিবা উতনুৱা ধৰণৰ। সিহঁতৰ কেৱল চিন্তা, টকা-পইচাৰ।

তথাপি সিহঁতক মাতি আনি কথাটো বুজালোঁ। 'আদৰ্শনীয়া চৰিতে' দোষ ধৰিছে কাৰণেই তিলেশ্বৰ খুড়াই প্ৰাণ এৰি যাব পৰা নাই। দেখোতে কথাটোত যুক্তি নাই। তথাপি সিহঁতে বুজি পালে। ৰাতিকৈ নাম-গোৱাৰ ঠিক হ'ল। তাত বেছি মানুহ নহ'ল। কেৱল তিলেশ্বৰ খুড়াৰ লগত শৰণ-ভজন লোৱা মানুহ কেইজনহে আহিল। ৰাতি এঘাৰ বজাত নাম শেষ হ'ল। 'আদৰ্শনীয়া চৰিত'ৰ আগত সকলোৱে মূৰ দোৱালে। খুড়াৰ মূৰত আৰু মুখত মাহ-প্ৰসাদ দিয়া হ'ল। আচৰিত কথা যে লগে লগেই নামৰ মহিমাই গুণ দিলে। খুড়াৰ চকুৰ চাৰনি মুকীয়া হ'ল। মাত ফুটিল এনেকৈ— পাৰ কৰা ৰঘুনাথ সংসাৰ——। সকলো বিছনাৰ কাষত গোট খালেহি। খুড়াই এহাতে খুড়ীৰ গাত ধৰি, এহাতে মোৰ হাতটো খামোচ মাৰি ধৰি সকলোকে এবাৰ চাই ললে। শেহত সেহাই সেহাই কলে, "সৰুমণি, পৰকালৰ ধন তয়েহে পাইছ। তোতে মোৰ ভৰসা। পুথিখনৰ ভাৰ তয়ে লবি। ৰাম ৰাম ৰাম - —।"

খুড়াই চিৰদিনলৈ চকু মুদিলে। মই সৰগ পৰা মানুহৰ দৰে থিয় দি ৰলোঁ। অম্বীকা খুড়ী আৰু পৰিয়ালৰ অইনৰ দৰে মই কান্দিব নোৱাৰিলোঁ। কাৰণ, মোৰ দুখৰ প্ৰকৃতি গভীৰ। মই কেৱল খুড়াক হেৰুৱায়েই বিচলিত হোৱা নাই, মই বিচলিত হৈছোঁ আন এটা কথা ভাবিব। খুড়াৰ মৰণৰ লগে লগেই যে এটা যুগৰ

শেষ হৈ গৈছে। এটা আস্থাৰ যুগৰ, বিশ্বাসৰ যুগৰ; এটা মৰম-চেনেহ ভৰা শান্তিৰ যুগৰ আৰু এতিয়াহে এটা অশান্ত যুগৰ আস্থাহীনতাৰ মাজত মই যেন অকলশৰীয়া হলোঁ। হয়তো মোৰ লগত আছে কণতিলা, মিহিৰাম, অনিৰুদ্ধ আদি। এটা অতি নগণ্য সংখ্যাৰ এবিধ নগণ্য মানুহ। আৰু আজিৰ পৰা পৰিছে, মোৰ মূৰত এটা গধুৰ দায়িত্ব। মই যে সাঁচিপাতৰ পুথিখন লৈ যাব লাগিব। পুথিখন আস্থাৰে ৰাখিব লাগিব—নামকীৰ্ত্তনৰ ধ্বনিৰ মাজেৰে। আৰু মই কেৱল মানুহ নামৰ আত্ম-সৰ্বস্ব কায়া এটা হৈ থাকিলেই নহ'ব, মই আচল মানুহ হ'ব লাগিব। মোৰ যুক্তি আৰু বিষয়চিন্তাতকৈ মায়া-মমতা, ভক্তি আৰু উপলব্ধি অধিক থাকিব লাগিব। মোৰ আজিৰ পৰা বহুত দায়িত্ব। মই খুড়াৰ শেষ আজ্ঞা অবজ্ঞা কৰিব নোৱাৰোঁ। আৰু খুড়াৰ শটো এই চোৰদত থাকোঁতেই মই পুথিখন নিজৰ হাতলৈ আনিব লাগিব। এইখন ঘৰত এতিয়া আৰু পুথিখন থকাৰ সকাম নাই।

খুড়া এতিয়া এটা শ : মই শটোক এটি সেৱা জনালোঁ' তাৰ পাচত পিছ চোতালত গা ধুলোঁ আৰু তিতা গাৰেই পুথিখন হাতত লৈ, ঘৰটোৰ পূব ফালৰ দাঁতিয়েদি আহি খুড়াৰ ঘৰৰ নওলামুখ পালোঁহি আৰু এবাৰ পিছলৈ চালোঁ। চোতালত লেমৰ পোহৰ। শটো নিশ্চয় এতিয়া চাগৈ বাজলৈ উলিয়াইছে। আকৌ এটা কথা থিতাতে মনত পৰিল। কণতিলাই কোৱা যমদূত একা? মই লেমৰ পোহৰে চেলেকা ভঁৰাল ঘৰটোলৈ লালোঁ। এৰা, মোৰ চকুক মই ফাঁকি দিব নোৱাৰোঁ। মোৰ ভ্ৰম হোৱা নাই। ভঁৰালৰ ই দাঁতিত শুভ বস্ত্ৰ পৰিহিত এক দিব্যকান্ত পুৰুষ। মুখত প্ৰশান্ত হাঁহি। মই চিনি পালোঁ। এয়া আন কোনো নহয়। স্বয়ং বিষ্ণুদূত। তিলেশ্বৰ খুড়াই স্বৰ্গ পাব।

ৰচনাকাল—নভেম্বৰ, ১৯৮০

# পেমদা পোহাৰী

শুকুৰবৰীয়া হাটত সেইদিনা মই বাককৈয়ে অপমান পালোঁ। তীৰ ঠেলি মাছবেচা ঠাইখিনিত সোমাই দেখিলোঁ—চাৰিটা—মানুহ আৰু এজনী পোহাৰীয়ে মাছ বেচিছে। আটাইখিনি মাছ চকু ফুৰাই দেখিলোঁ,—পোহাৰীজনীয়ে বেচা মাছ কেইটাই বুজন বুজন। তাইৰ ওচৰলৈকে গ'লোঁ। কণী-লগা কুঢ়ি মাছ কেইটা দেখি মনটো লকলকাই আছিল। এহালি কুঢ়ি মাছৰ দাম সোধাত তাই ক'লে—এটকা ছসিকি। মই কৈ চালোঁ - তিনি সিকিৰে হ'বনে? তাই মুখখন অকণমান একতীয়া কৰি তামোলৰ পিক এথেপা পেলাই ক'লে - তিনি সিকি! আই ঐ দেহি সোণামুৱা! যোৱা, যোৱা, গাখীৰেৰে মুখখন ধুই আহাগৈ— । সাতপুৰুষত মাছ চিনি নোপোৱা মানুহে আকৌ মাছ দৰাবলৈ আহিছে! তোমাৰ মাছৰ দৰ শুনি মোৰ জীয়া মাছ হালিয়েও লাজ পাই গৈছে চাগৈ।

ওচৰৰ মানুহখিনিয়ে মোলৈ ৰ লাগি চালে। মোৰ ভাব হ'ল, ইতিমধ্যে কিজানি মোৰ কাণ দুখন ৰঙা পৰিছে, চকু দুটা থৰ হৈ গৈছে, মুখখনে কেইবাটাও ৰং সলাইছে। ওচৰৰে চিনাকি মানুহ এজনে মোক ক'লে - যাওকগৈ, এইবোৰ কথাত নেলাগিব। পোহাৰী কথাই ভেনামাখিয়ে একে সিঁহঁতে পেটৰ পৰা কথা নকয় আৰু কাক কি কয় সিঁহঁতৰ একো মনত নেথাকে। সেইকাৰণেই মানুহে সিহঁকে একো নকয়।

বেচেলী মাছৰ কাইট বহা টান, পোহাৰীৰ পৰা মাছ কিনা টান। এইবাৰ কথা খুৰা এজনে প্ৰায়ে কৈছিল। এতিয়াহে বুজিছোঁ!

পোহাৰীয়ে সকলোকে এনেকা দি থৈছে। এই ঠাইত বসবাস কৰা মোৰ বেছি দিন হোৱা নাই। গতিকে ইয়াৰ পোহাৰী কেনে হ'ব পাৰে একো অন্ত নেপাওঁ। আন ঠাইৰ পোহাৰীও কেনেকুৱা মই ক'ব নোৱাৰোঁ। পূৰ্বৰে পৰা মই মাছ কিনিবলৈ টান পাইছিলোঁ। এতিয়াহে ঘৰ-সংসাৰ কৰাত বজাৰে বজাৰে জুপি জুপি মাছ কিনি ফুৰিবলগীয়া হ'ল।

মই থকা ঠাইৰ তিনি চাৰি মাইল আঁতৰে আঁতৰে সপ্তাহত তিনিদিন হাট বহে। শুকুৰবাৰে দলংঘাটত, শনিবাৰে ফুলগুড়িত আৰু দেওবাৰে জাজৰিত। দেওবৰীয়া হাটতো গৈ একেজনী পোহাৰীকে পালোঁগৈ—। ভৰ দুপৰ হৈছে। হাট প্ৰায় ভাগিছেই। মাছবেচা ঠাইত মাথোন তাইহে কটা বৌমাছ কেইডোখৰ মাছ চালনিত মেলি তামোল চোবাই চোবাই ওঁঠ ৰাঙলী কৰি বহি আছে। মই কাষতে থিয় দিলোঁ। ইতিমধ্যে চকুত পৰিল, মানুহ এটাই কটা মাছৰ টুকুৰা এটা আঙুলি দি হেঁচি চাইছে। তাকে দেখি পোহাৰীৰ চকু থিয়। ঠেও লগাই তাই ঠাট্টা কৰি ক'লে—হেৰা বোপাই, শিলৰ নিচিনা— কটকটীয়া টান মাছহে খোৱানে কি? আঙুলিটো দিলেও পোটোক পৰিব নেলাগেনেকি?

মানুহটোৱে মাত লগালে—মাছ লৰিছেনে নাই চাই লৈছোঁ—।

তাই টানকৈ ক'লে—ইস্, লৰিছে বুলি ক'বলৈ আহিছে। এওঁহে যেন মাছ কিনি খাব! আনে কেতিয়াও যেন খোৱা নাছিল। চাই লোৱা,—ভালকৈ হাতদি। জীয়া মাছটো এইমাত্ৰ কাটিছোঁ।

এতিয়াও ইয়াৰ তেজ তোমাৰ তেজতকৈও ওপত হৈ আছে।

মানুহটোও কম নহয়। এনাপেচা কথাকৈ টেলাইকে নকৰে। সি সুধিলে—দাম কেনেকৈ?

তাই ক'লে—গদা কেইটুকুৰাত দুমহাকৈ, তলপেট কেইটুকুৰাত দুমহা দুআনীকৈ।

সি ক'লে—তলপেট কেইডোখৰত ভেৰসিকিকৈ হ'ব ?

তাই ৰাজি উঠিল,—যোৱা, যোৱা, বোপাই, নেলাগে কিনিব। পোনকোৱে সোনাইলৈ যোৱা—। সূক্ষ্মলৈ মুৰ দাঙি চাই মোনাইৰে পানী এচলু খোৱাগৈ।

সিও বৰ লেকেটীয়া। পোহাৰীৰ সমানে সমানে কথা কৈ যাব পাৰে। সেইকাৰণে কেৰজেৰ কৰি সাত অনা দি লেপেটৰ মাছ এডোখৰ তুলি ললে। পোহাৰীজনীয়ে পইচা গনি লবৰ সময়ত ক'লে—এস্. মোৰ লোকচানেই হ'ল।

সি কৈ গ'ল—তেনেহলে আজিলৈ বতাহ খায়ে থাক।

তাই হাঁহিলে। তাইক হাঁহিলে সঁচাকৈয়ে ধুনীয়া দেখি। গাখীৰ যেন বগা দাঁত দুপাৰিয়ে মুখমণ্ডল বৰ মোহনীয় কৰি তোলে।

মানুহটো যোৱাত ময়ো সাত অনা দি তলপেটৰ মাছ দুডোখৰ আনিবলৈ সহজ হ'ল। দৰাবলৈ নহ'লেই। ঘৰত আমাৰ সিজনীয়ে মাছ দেখি ক'লে বঢ়িয়া মাছ। নিশ্চয় পেমদা পোহাৰীৰ পৰা অনা। হয়নে বাৰু ? তায়েহে এনে আদত বস্তু বেচে।

—মাছ পোহাৰীৰ পৰা আনিছো সঁচা। পিছে তাই পেমদাই নে প্রিয়ম্বদা, তাকে শুনি কিনিছোঁনে ? তাইৰ যমে নেমাৰেতীৰহে যি মুখ, মুখ নহয় যেন কোদো-বৰলৰ বাহহে। দৰাবৰ কাৰণে মাতষাৰ ফুটাবলৈকে ভয় লাগে। তোমাৰনো পোহাৰীৰ লগত চিনাকি কেনেকৈ ?

—এজনীকহে চিনো। তাইৰ নামেই পেমদা। তুমি শোৱাৰ পৰা উঠাৰ আগতেই এইফালেদি তাই খালী পাচিটো লৈ কুঁজী বিলৰ পৰা মাছ আনিবলৈ যায়।

—তোমাক হবলা তাকে কৈ কৈ যায় ?

—নহয়, এদিন হঠাতে তাইৰ লগত চিনাকি। মই পুৱা পিৰালি মচি আছিলোঁ। পাচফালৰ পৰা কোনোবাই অ' বোৱাৰী অ' বোৱাৰী বুলি মাতিলে। চাই দেখো, পোহাৰী এজনী বাটত পাচিটো থৈ

মোৰ ওচৰ পাই ক'লে—আই ঘৰত ধপাত চপাত আছেনে? মোৰ আজি তামোলখনে পাগ ধৰা নাই। মোৰ টেমাটো ঘৰতে এৰি আহিলোঁ। ময়ো তোমাৰ টেমাৰ পৰাই ধপাত অকনমান তাইক দিলোঁ।

—ইমানেই?

—আৰু কেইবাদিনো পাইছোঁ। তুমি সিদিনা কামলৈ যোৱাৰ পাচত ঢুপৰীয়া তাইক দেখিছিলোঁ—। মোক ল'ৰা-ছোৱালী কেই-টাৰে সৈতে দেখি তাই বৈ গ'ল। তাইৰ খুউব পানী পিয়াই লাগি আহিছিল। পানী এঘটিও দিলোঁ, চাহ এটোপাও খুৱালোঁ। তাই বৰ মৰমিয়াল কিজানি। ল'ৰা-ছোৱালীকেইটাক বৰ মৰম কৰিলে। সেইদিনাৰ পৰা তাই মোক সদায় মাতি যায়। মাজে মাজে সোমায় আৰু মাছ-পুঠীও দি যায়।

ঘেণীৰ পোহাৰী লগত মিতিৰালিত বৰ ৰহইচ পালোঁ। এনেঁ তেনেহলে সুদাবিধৰ তিৰোতা নহয়। কিন্তু মই দেখা পোহাৰী জনীয়েই জানো পেমদা? তাই দেখিবলৈ কেনেকুৱা তাকে খবচি মাৰি সুধি ললোঁ। সিজনীয়ে ক'লে বোলে তাই বেচ চকুত লগা। গাৰ ৰংটোহে অলপ 'মাটৃ'। বয়স ডেৰকুৰিৰ ওচৰাওচৰি হ'ব পাৰে। কপালত ফোঁট নলয়। প্ৰায়েই ৰঙাহাঁচটিত তামোল বান্ধি লয়। জটা তামোলৰ লগতে ডাব কটাৰী এখনো থাকে। ডাব-কটাৰীৰ নালটো পহুশিঙৰ। তাইৰ চুলিবোৰ ডাঠ আৰু দীঘল। খুব দেখনিয়াৰকৈ খোঁপা বান্ধে। এখোপা কথনা ফুল প্ৰায়ে খোপাত গোঁজে। অনবৰত তামোল খাই থাকে। ওঁঠৰ ৰং কাম চৰাইৰ ঠোঁটৰ দৰে। তাই সদায় হাতত নেলীয়া কটাৰী এখন লৈ থাকে। খোজ কাঢ়োতে পাচফালটো চিতল মাছৰ দৰে ইকাটি সিকাটি হৈ যায়।

ইমানবোৰ খুতিনাতি কোৱাৰ পাচতো ভাবিলোঁ, আটাইবোৰ পোহাৰীৰ হাতত একোখন নেলীয়া কটাৰী থাকিব পাৰে, ডাব

কটাৰীৰে তামোল কাটিব পাৰে, অনবৰত তামোল পাণুলি পিক পেলাব পাৰে। সেয়া পেমদা বোলাজনীৰ বিশেষ পৰিচয় নহবও পাৰে। তথাপি তায়ে পেমদা বুলি ধ্ৰুপ বিশ্বাস হ'ল,—দুটা কাৰণত। পেমদা গাভৰু। ইমানতে তাই আনবোৰ পোহাৰীতকৈ বেলেগ। একুৰি সাত বছৰ নাইবা ডেৰ কুৰি বছৰতো তাই নিখুঁত গাভৰু। তাই এনে প্ৰতিজ্ঞা লৈছে যেন তাই সদায় গাভৰু হৈয়ে থাকিব। তাইক দ্বিতীয়বাৰ দেখা দিনাই এইখিনি গুণ মন কৰিছিলোঁ। তাইৰ গাৰ বং মাগুৰ বৰনীয়া, মিহি, পিছল পিছল, কেউতি চৰোৱা বিধৰ। পানীত সাঁতুৰি ফুৰা যিকোনো এটা পুৰঠ মাছৰ দৰেই ৰহস্যময়। মই দেখা মোহাৰীজনীৰো নেঘেৰীয়া খোঁপাত ফুল আছে। আন্ধাৰ ক'লা চুলিৰ লগত বগা ফুল খোপাই ৰমক কৰি আছে। এতিয়া থিক মনত পৰিছে। তাই কথনা ফুলেহ খোপাত লয়। তাই পেমদাই হ'ব লাগিব। মাছৰ আগত বহিলে তাইক পোহাৰীযেন লাগে যদিও ভাবিবলৈ মন যায় যে এই ৰূপ আৰু বয়সেৰে তাইক পোহাৰী হোৱা নুশুৱায়। খোঁপাত ফুল থুপিলৈ যেন তাই নিজেই পোহাৰী হোৱাৰ আপত্তি জনাইছে।

—বাৰু পেমদাই ডিঙিত পোৱালমনি এধাৰ পিন্ধেনে নিপিন্ধে?

—পিন্ধে।

মই দেখাজনীয়েই পেমদা বুলি বুজিবলৈ বাকী নেথাকিল। কি কথা ক'ব নোৱাৰো, তাইৰ দেখাৰ দিনৰ পৰাই, তাইৰ বিষয়ে একো নজনাকৈয়ে তাইক ভালকৈ জানিবলৈ খুব ইচ্ছা হ'ল। কিন্তু মই সোধা আন কথাৰ একোৰে উত্তৰ আমাৰ সিজনীয়ে দিব নোৱাৰিলে। মই সুধিছিলো,—পেমদা আবিয়ৈনেকি, তাই মানুহক টানকৈ কথা কয় কিয়, তাইৰ কোন কোন আছে, ইত্যাদি।

অলপ দিনৰ পাচত সেইজনী পোহাৰীয়েই মোৰ ঘৰত সোমোৱা দেখি ভাবিলোঁ,—মই ঠিকেই অনুমান কৰিছিলোঁ। তাইক বৰ চঞ্চল যেন দেখা গ'ল। হয়তো নিখুঁত স্বাস্থ্যৰ কাৰণেই তাই সদায়

তাকে চঞ্চলভাবে প্ৰকাশ কৰিছে। খোজটো বৰ চকুতলগা, দেহ সৌষ্ঠৱৰ লগত মিলি পৰা, মনক মুহিব পৰা। খোজতো যে ছন্দ থাকিব পাৰে, তাইক দেখাৰ পাচতহে বিশ্বাস হয়।

পদূলিটো পাৰ হৈ তাই নিঃসঙ্কোচে সুধিলে,– শীতলা আছেনে বাৰু? আমাৰ সিজনীৰ নাম শীতলা। নাম কাঢ়ি বতৰা লৈছে যেতিয়া শীতলাৰ লগত কিজানি বাৰুকৈয়ে মিতিৰালি। তাই ব্যগ্ৰ প্ৰশ্নটোৰ পৰাই বুজিলোঁ। পিছে শতলাহে নাই। মাকে গাঁৱত ভাওনা দেখুৱাবলৈ লৈ গৈছে।

তাই আকৌ সুধিলে—কেতিয়াকৈ আহিব?

মই ক'লো পৰহিলৈ আহিব পাৰে।

তাই আকৌ ক'লে—তেনেহলে পোণাকেইটাও নাই?

মই জনালোঁ—নাই।

'তেনেহলে ৰোৱাৰ সকাম নাই' বুলি কৈ কেঁচপতীয়া ফুলৰ চাদৰখনত বন্ধা টোপোলাটোৰ পৰা কেইটামান বগৰী উলিয়াই মোৰ হাতত দি ক'লে - এই কেইটা আনিছিলো। আহিলে সিহঁতক দিবা। অ', তুমিয়েই হ'বলা সেই মণ্ডলবাবু!

মই একো ক'বলৈ নৌ পাওঁতেই তাই পদূলি চেৰাই গ'লেই। বোধকৰোঁ মোৰ কথা শুনাৰ একো প্ৰয়োজন নাই বুলি তাই ভাবিলে।

ইয়াৰ পাচত মোৰ এপষমান চাকৰিৰ কাম বাঢ়িল। পিয়লৰ দিন। খোৱা-শোৱাৰ শান্তি নোহোৱা হ'ল। দিনৰ ভাগত ঘৰত নেথাকোঁৱেই। পুহমাহৰ পৰাহে ঘৰত থিতাপি লাগি আছোঁ। এই কেইদিন ঘৰত থাকিহে ধৰিব পাৰিলো পেমদা প্ৰায়ে শীতলাৰ ওচৰলৈ আহে। সিহঁতে পিচ চোতালত বহুত পৰ ফুচফুচাই কিবা-কিবি আলচ কৰা শুনো। মোৰো সেইবোৰ জানিবৰ ইচ্ছা হয়; কাৰণ পেমদাক জনাৰ আগ্ৰহ মোৰ খুব বেছি। কিন্তু পাচত শীতলাক একো নোসোধো। কাৰণ এদিন সোধোতে শীতলাই মুখ জোকাৰি

লমিধাম লিখিল—ভাই আবিয়েনে কি সেইবোৰ কথা তোমাক কৈছে ? তাই বিয়াত সোমোৱা নাই। সেইবুলি তুমি জানো কৰবাৰ ৰাজ-কোঁৱৰ এটা বিচাৰি দিবা ? আৰু আমাৰ মাইকী মানুহৰ কথাত তুমিনো শলাকনীয়া—হব লাগিছে কিয় ?

পিছে পেমদানো কি শীতলাৰ আকেকৰ পালেক যে বিশেষ মনৰ কথা পাতিব ? তাই হেজাৰ হওক পোহাৰী। শীতলাৰ লগতনো কি ৰজা বন্দী কৰাৰ কথা পাতে ; আৰু সিহঁতৰনো মিলেই বা ক'ত ? শীতলাই কিন্তু মোক বুজাব খোজে যে সিহঁত দুজনীৰ মিল মাৰৱাৰীয়াৰ লগত নাৰৰ মিলৰ দৰে। কাৰণ সিহঁত দুয়ো একে তিৰোতা জাতিৰ প্ৰাণী। হৰি, হৰি, দেশখনত মতাতকৈ তিৰোতা সংখ্যা কমনে কি ? নিশ্চয় নহয়। তথাপি—তিৰোতাই তিৰোতাই ৰৰ মিল।

আজ এদিন মই খং ভাব দেখুৱাই কৈ চালোঁ—তোমাৰ ভিত-ৰুৱা অসুখ-বিসুখৰ কথা আলচ কৰিবলৈকো পেমদা দেখোন আবিয়ে।

তাই বাজি উঠিল,—উৰহী গছৰ ওৰ লব লাগিছে কেলৈ ? আজিকালি মণ্ডল-কানানগুবোৰৰ জৰিপ কৰিবলৈ মাটি নোহোৱা হ'ল যেন পাইছোঁ। ঘৰতে বহি খন্তীয়া-খুচৰীয়া কথাবোৰলৈহে চকুদি ফুৰে। তিৰোতা মানুহৰ ভু ল'লেহে মনটো শাত পৰে ?

এবা পোহাৰীজনীৰ লগত কথা পাতি পাতি শীতলাৰো মুখখন শাণত দিয়া খুৰৰ দৰে হৈছে। আজিকালি কথাবোৰতো ফুলগুড়ি হাটৰ লালী সনা ধপাতৰ চোক। কেইদিনমানৰ পৰা তাই মোৰ চাকৰিটোৰ কথা উল্লেখ কৰিলে মণ্ডল-কাননগুবোৰ বুলি কয়। যেন কোনোবা অচিন মানুহৰ কথাহে কৈছে।

—পিচে, মনত ৰাখিবা, শীতলা—, এই পোহাৰী ছোৱালীবোৰে ঘৰ লোৱাটো ভাল কথা হোৱা নাই। ইহঁতে চুৰি—চতাৰীও কৰিব পাৰে।

—চুবি চতাবীত হাত দিব? এনেকুৱা কথাও তোমাৰ ক'বলৈ সত গ'ল? তুমি সকলোকে এনে অসভ্যাতী বুলি ভাবা? পেমদাই কিন্তু মণ্ডল-কাননগুভকৈ কম উপাৰ্জ্জন নকৰে।

কথা কেইষাৰ এনেকৈ ক'লে আৰু মোৰ এনে লাগিল যে এই মাতটোও শীতলাৰ যেন নহয়, যেন কেৰেপা লগা বাহঁৰ কেৰ-কেৰনিহে। মই একো নকলোঁ। ধৰি ললোঁ, পেমদাক শীতলাই শ্ৰদ্ধাও কৰে। যিজনী পেমদাই মোৰ ল'ৰা-ছোৱালীলৈ বগৰী আৰু লোজেন আনে, তাই চুৰ কৰিব নোৱাৰে। তাই বৰ ব্যস্ত তিৰোতা। হাতত টকা পইচা আছে বুলি ধাৰণা হয়। এনে তিৰোতাৰ ধনলৈ আকল হ'ব পাৰে, কিন্তু তাই চুৰ কৰিব নোৱাৰে। মই শীতলাৰ খং তুলিবলৈহে এনেকৈ কৈ চালোঁ—।

প্ৰায় এমাহমানৰ মূৰতহে হাটলৈ গলোঁ—। এইবাৰ পেমদাক মাছৰ দৰ সুধিবলৈ সঙ্কোচ কৰাৰ প্ৰয়োজন নাই। তাই মোক টান কথা নকয়। মই শীতলাৰ গিৰিয়েক। মোক দেখিয়েই তাই মাতি-ছিল আৰু তই বুলি কৈছিল। বোধকৰোঁ মানুহ এটাক অন্তৰংগ বুলি ভবাৰ পাছত ইহঁতে তুমি বা আপুনি বুলি মাতিবলৈ টান পায়। মাছৰ দাম সোধাত তাই ক'লে—কেইটা লাগে লৈ যা। তোৰ লগত দৰ-দাম নাই।

ময়ো উচিত দাম দি শ'লমাছ দুটা তুলি ললোঁ। এবেওমান অহাৰ পাচত শুনিলোঁ।—পেমদাই মোক পাছ ফালৰ চিএঃৰিছে। মই বৈ যোৱাত তাই কাৰ পাই ক'লে—এই কেইদিন তোৰ ঘৰলৈ যাওতে তোক পোৱাই নাই। তোক এটা কথা ক'বলৈ আছে। কথাটো হ'ল, তই তোৰ মানুহ জনীক ভালকৈ চাবি। দেখা নাইনে, মানুহজনী দিনৌ কেনেকৈ শেতা পৰি আহিছে? বাৰটা মাহত তেৰটা বেমাৰ ছুওচেই।

—মইনো কি কৰিম? গাই-বাই চাইছোঁ। দেৱাই খুৱাইছোঁ।

—পিছে, এই বয়সতে তাই পাঁচটাৰ মাকিনী হ'লেই। কেনেকৈনো-কিয়াম লহিব? তই কথাটো বুজিব লাগিছিল। বাৰু বা, কথাটো মনত ৰাখিবি। মই এপৰমান লেইফালে নেযাওঁ। এইকেইদিন আকৌ আইন এখন বিলৰ পৰা মাছ আনিব লাগে।

মই কৃতজ্ঞ হৈ পেমদাৰ ওচৰৰ পৰা গুচি আহিলোঁ। নিজক বৰ অপৰাধী বুলি ভাবিলোঁ। সঁচাকৈয়ে শীতলা জনীয়ে বৰ কষ্ট ভোগ কৰিছে। মনত পেমদাই কোৱা ইংগিতটো লুকুৱাম বুলি ভাবিলোঁ। মাছ দুটা দেখিয়েই দামদৰ একো নুসুধি—শীতলাই পেমদাৰ খবৰহে ল'লে।

— পেমদাক হাটত পাইছিলানে কি?

— অ, পাইছিলোঁ— ।

— কিবা কৈছিলনেকি?

— নাইকোৱা। মাছ বেচাতে বৰ ব্যস্ত।

এইবুলি কোৱাৰ লগে লগে শীতলাক বৰ বিব্ৰত যেন দেখা গ'ল। তাই বৰ দুখ মনেৰে ক'লে—বেচেৰী হেনো এপৰ এইফালে নাহে। তাইক যে ইমান ভাল লাগে। তাইৰ দুখৰ কথা সিদি-নাহে ক'লে। কৈ কৈ এসোতা কান্দিও পেলালে। মোৰো কান্দি পেলাবৰ মন গৈছিল।

এইদৰে আৰম্ভ কৰি শীতলাই পেমদাৰ কথা খুব আবেগেৰে কৈ গ'ল :

পেমদাৰ ঘটনাটো খুব সৰু যদিও ফলাফল ভয়ৱহ। তাইক এতিয়া বেচ গাভৰু যেন দেখি যদিও বয়স হ'ল একুৰি তেৰ বছৰ। গান্ধীৰজাৰ আন্দোলন কৰা বছৰ অৰ্থাৎ বিয়াল্লিচত তাই যোল্ল বছ-ৰীয়া গাভৰু। তেতিয়া তাইৰ যি ৰূপ, এতিয়া তাৰ এৰতিও নাই। তাইক দেখি হেনো—সেই সময়ৰ ডেকাবোৰে কুঁৱৰী বুলি উল্লেখ কৰিছিল। বিয়াবো বা-ৰোগাৰ হৈছিল, বেচ ধনজীপ খকামানুহ

এৰৰত, এটা ধুনীয়া ডেকাৰ লগত। কিন্তু শেষত বিয়া হৈ নুঠিল। আহিল গান্ধীবাদৰ আন্দোলন। দেশৰ মানুহৰ তেজ উতলিবলৈ লাগিল। হেজাৰ হেজাৰ মানুহ জেলত সোমাল। বগা মানুহৰ দেশৰ চৰকাৰো যেন পাতি থিৰ হ'ল। বেৰেজিয়াত চিপাহীয়ে গুলী চলালে বাৰপূজীয়াত পুলিচে মহৰ শিঙত ফুক দিয়া অৱস্থাতে তিলাক ডেকাক গুলীয়াই মাৰিলে। বন্দুক আৰু সঙীণ লৈ জাকে জাকে চিপাহী গাঁৱত সোমাল। ৰাইজৰ ওপৰত জোৰ জুলুম চলিল। পেমদাৰ গাওঁখনো নিঠুৰ চিপাহীৰ কবলত পৰিল। এদিন ৰাতি বাৰবন্দাত বাৰীৰ পিচফালে বুট জোতাৰ শব্দ শুনিবলৈ পাই পেমদা চমকি উঠিল। ঘৰত প্ৰাণী মাথোঁ ছুটা—। মতা মানুহ এটা থকাহেঁতেনো অলপ বুকু ডাঠ কৰিব পাৰিলেহেঁতেন। মতা মানুহ থাকিলে চিপাহীয়ে বৰ সাহ নেপাবও পাৰে। কোনো পুৰুষে তিৰোতাৰ মান হানিহোৱা সহিব নোৱাৰে। চিপাহী হ'লেও খপিয়ালেহেঁতেন। কিন্তু পেমদাৰ সংসাৰখনত ছুটাহে প্ৰাণী তাই আৰু মাক।. তাই চাকিটো জলাব খুজি বৈ গ'ল। ভয় হ'ল। ক্ষন্তেক পৰৰ পাচতে টৰ্চ লাইটৰ পোহৰত সিহঁতৰ কোঠাটো জিলিকি উঠিল আৰু শুনা গ'ল – বুট জোতাৰ গোৰত পিচ দুৱাৰখন ভাগি পৰাৰ শব্দ। লগে লগে সোমাই আহিল ছুটা চিপাহী। তাইৰ চিঞৰিবলৈ সময়কে নহ'ল। মাকৰ মুখতো এটা চিপাহীয়ে সোপা দি ধৰিলে আৰু তাইক এটাই কাপোৰেৰে মুখ বন্ধ কৰি দাঙি লৈ গ'ল। অলপ পৰ দাঙি নিয়াৰ পাচত আৰু ছুটা চিপাহী ওলালহি। তাইক ক'লৈ লৈ গৈছে তাই ধৰিব পৰা নাই। আধাঘণ্টামানৰ পাচত মুকলি ঠাই এখনত তাইক শুৱালে। তাৰ পাচত আৰু তাই দেহাৰ মমতা এৰি 'পেলালে। ছুটা চিপাহীয়েই নহয়। এটাৰ পাচত এটাকৈ পাঁচোটাই।

পাচদিনা পুৱা মানুহে তাইক সচেতন অৱস্থাত পাই বুটলি আনিলে। সকলোৱেই কথাটোৰ ভু পালে। স্বৰাজৰ আন্দোলনো

শেষ হল, তাইৰো আশা-ভাৰৰাৰ মৰিমূৰ হ'ল। তাই অশুচি হ'ল। সেই কাৰণেই বন্দোবস্ত কৰা কহুঁৱা ওঁঠিৰ মানুহ ঘৰে বিয়াত সন্মতি নিদিলে। পাঁচ বছৰৰ পাছত দেশে স্বৰাজ পালে, কিন্তু তাই অশুচি হৈয়ে ৰ'ল। তাই জাতিভ্ৰষ্টা হ'ল। তাইক কোনেও সামৰি লব'লৈ নিবিচাৰিলে। তায়ো হতাশ হৈ কাৰো লগত মনৰ মিল বিচাৰি নেপালে। কোনো তাইৰ কাষ নেচাপিল। তায়ো কাৰো কাষলৈ নগ'ল। কোনোবাই হয়তো তাইক মনে মনে ভাল পালে, তায়ো হয়তো ভাল পালে। মনেৰে, কমোৱা তুলাৰ ভাবেৰে দেহ মৰি যোৱা বেদনাৰে কাৰোবাৰ মৰমক আমঠু ক'লা কৰিও চিান পালে; কিন্তু নিজৰ বদনামটোৰ কাৰণেহে কাকো মৰমৰ সহঁাৰি দিবলৈ সাহ নহ'ল। কেইবছৰমানৰ পাচত তাইৰ যৌৱনৰ ভোক সহি থাকিব পঁৰা অভ্যাসটো হ'ল, ছুখেৰে ছঁায়াই থাকিবলৈ ক'ৰবাৰপৰা বল পালে। এই ওঁঠৰ বছৰ তাই নৈ-বিলৰ পাৰে পাৰে মাছ-কাছ দৰাই দৰাই আৰু মানুহৰ ভিৰৰ মাজত মাছৰ পোহাৰ দি কটাই দিলে। বহুত মানুহে তাইক চিনি পালে, বহুতে তাইৰ শিলত কটা মূৰ্ত্তিৰদৰে নিখুঁত গঠনৰ দেহাটো চাই চকুৰ তৃপ্তি পালে, বহুতে তাইৰ লগত মুখ-চুপতি কৰি আৰাম পালে; কিন্তু কাৰো তাইৰ মনৰ বাতৰি লবলৈ প্ৰয়োজনো নহ'ল, সময়ো নহ'ল।

কথাখিনি খুব সহানুভূতিৰে শুনি যোৱা আৰু ছুখ কৰা দেখি শীতলাই বুজিলে যে পেমদাক মই বেয়া ভবা নাই। সেয়েহে তাহ চল পাই কলে—পেমদাৰ বহুত গুণ আছে। তাই বৰ ভাল বেজিনীও। মাক আৰু চাৰ। সকলো দৰৱ আৰু মন্ত্ৰ মাকৰ পৰা তাই খৰচি মাৰি শিকি লৈছে। কণ মৰা দৰৱটো তাই শিকিছিল হয়, পিছে কাকো দিয়া নাছিল। মাকে ওলাই সোমাই ফুৰিব নোৱাৰে কাৰণে তাই এতিয়া সেই দৰৱ দিয়া হ'ল। মোকো কনমৰা দৰৱ এটা দিম বুলি কৈছে।

এইবাৰহে বুজিলোঁ, উৰষী গছৰ গুৰ ক'ত। মই কলোঁ—তুমিনো কিয় ঘকৰা দৰৰ খাব লাগিছে? জোখত বেছি হ'লেই মানুহজনী জীৱনলৈ ঘুণীয়া হ'বা। বহাগতে জিলালৈ নিম আৰু ডাক্তৰক দেখুৱাম।

তাই ক'লে,—ঘৰুৱা দেশী দৰৱ বুলি যে গুণ নাই, তাৰ কি প্ৰমাণ? পেমদাই দিয়া একেপালি দৰবতে ফৰিঙা মাষ্টৰৰ ঘৈনীয়েকে ফল পাইছে। যামিনীৰ মাকেও তাইৰ দৰৱৰ গুণ কৈ তত নাই। বৰঙাবাৰীত দিয়া জীয়েক ৰূপন্তীয়ে সাতোটা সন্তানৰ পাছত পেম-দাৰ দৰৱ খাই একে গুণেই পাইছে।

মই মান্তি হলোঁ। অৱশেষত মোৰহে পেমদাৰ দৰৱটোৰ গুণত বেছি বিশ্বাস হ'ল। দেশী দৰৱে যে কেতিয়াবা ডাক্তৰী দৰৱকো চেৰ পেলায় এই কথা মই জানো। বলিয়া কুকুৰে কামুৰিলে ডাক্তৰহঁতে তলপেটত সোতৰটা থিয় বেজী দিয়ে। কিন্তু চাপৰমুখৰ আমাৰ গণক বাপুৱে গুড়ৰ লগত অকনমান শিপা এডাল খুন্দি খাবলৈ দিলেই একোৱে উক নিদিয়ে। শীতলাক এবছৰৰ আগৰে পৰা ডাক্তৰক দেখুৱাই কিবা এটা ব্যৱস্থা কৰাৰ কথা আছিল। কিন্তু বাৰে কুৰি জঞ্জালৰ কাৰণেই সেয়ে হৈ উঠা নাই। আলস-বিলম হৈ থকাৰ কাৰণেই শেষৰ সন্তানটো হ'ল। আৰু আমাক সন্তান নেলাগে. এই কথা মই বাৰম্বাৰ স্বীকাৰ কৰোঁ, শীতলায়ো স্বীকাৰ কৰে। পাচোটা লৰা-ছোৱালীয়ে ঘৰ বাহুতল কৰিছে, মাকক কেকোৰা পোৱালীৰ দৰে খুলি খুলি খাইছে, আমাৰো উপাৰ্জ্জনেৰে জোৰা মাৰিব নোৱাৰা হৈছো। এই কথা যি লক্ষ্য কৰিছে তেৱোঁ হেজাৰ মুখে স্বীকাৰ কৰিব যে—আৰু সন্তান আমাৰ কাৰণে শাস্তিহে। তদুপৰি আজি কালিহে যি দিন, ভৰণ-পোষণ কৰাই বৰ টান কথা। জুইৰ আঙনি বঢ়াৰ দৰে বস্তুৰ দাম বাঢ়িছে। বেচেৰা মণ্ডলইভৰনো দৰ্মহা কেইটকা বাঢ়িছে! আগৰ মণ্ডলে তেওঁ ভাৰে ভেটীয়েই পাইছিল। এতিয়া সেই গুনা ভেলে। মানুহবোৰ ঘটীয়া হ'ল।

কাৰো বাহিৰা পইচা এটাৰ সুবিধা কৰিব নোৱাৰা দিন আহিল। এতিয়াৰ মানুহে মণ্ডল কাননগুক খাটিবেই নকৰে, আনকি চব-ডেপুটীলৈকে টেলাই নকৰে। কিবা অসুবিধা হলে নেতাবোৰক লাগেগৈ। শুনিছো বোলে আজিকালি পিয়ন কামৰ কাৰণেও গাঁৱলীয়া মানুহে মন্ত্ৰীক ধৰেগৈ।

পেমদা এপৰৰ পাছত আহিছিল। এইবাৰ তাইৰ লগত খোলোচা-তাৰে কথা-বতৰা পাতিছিলোঁ। যাবৰ সময়ত তাই মোক কৈছিল,—তেনেহলে তই দৰৱ খাবলৈ শেষত ক'লি। হওক তেওঁ, তোৰ গতিমতি ভাললৈ আহিছে। এই কেইদিন তাইক মুখ বাচি খাবলৈ কৈছোঁ। তাৰ এসপ্তাহমানৰ পাছতহে দৰৱ দিয়াৰ নিয়ম। এইবোৰ দৰৱ হুৰেমুৰে খোৱা বস্তু নহয়।

সাতদিন পাৰ হ'ল। পেমদা নাহিল। শীতলাই তাইক দেখে বুলি—বাটলৈকে চাই থকা হ'ল। অৱশেষত তেৰদিনৰ মূৰত তাই ওলালহি।

মই ক'লোঁ—তই দেখোন পৰহিয়েই অহাৰ কথা আছিল?

কৈ যেন মই লেথাহে লগালোঁ। তাইৰ চকুহাল ঢুলঢুলীয়া। মানুহজনীও শুকাই ভৰাই আহিছে। তাই বৰ দুখ কৰি ক'লে—মোৰো পোৰা কপাল। আজি তিনি দিন হাজোতত আছিলোঁ। এই বাৰো পুলিচে মোৰ দেহৰ মান খেদিলে। সিহঁত মানুহ নহয়। কুকুৰ। চুৰানিৰ কুকুৰ।

এই বুলি কৈয়ে তাই ফেকুৰিবলৈ লাগিল। মই বেছি দুখ পাব বুলি ভাবি তাইক আৰু একো সুসুধিলোঁ। ক'লো,—এতিয়া যা বাৰু, ভিতৰলৈ যা। শীতলাৰ ওচৰলৈকে। তাই শুই আছে দুবলা।

ভালেমান পৰ তাই শীতলাৰ ওচৰতে থাকিল। এবাৰ ভুমুকিয়াই দেখিলো,—গালত হাতত এখন থৈ পেমদাই ফেকুৰি ফেকুৰি কোৱা কথাবোৰ শীতলাই এক মনেৰে শুনিছে আৰু মাজে মাজে পেমদাৰ

আউল বাউল চুলিবোৰত হাত বুলাই দিছে। অলপ সময়ৰ পাছত শীতলাই মোৰ ওচৰলৈ আহি ক'লে,—এইক আজি বাতিটো ইয়াতে ৰাখিব লাগিব। যিটোহে সন্তাপ বুকুত বান্ধি আছিছে, যাবলৈ এৰি দিলে কৰবাত আপোনঘাতী হৈ মৰিব।

—কি'নো তাইৰ?

শীতলাই হুমুনিয়াহ এটা কাঢ়ি পেমদাৰ দুখৰ কাহিনী শুনাই গ'ল ঃ

শনিবাৰে ফুলগুড়ি হাতত পেমদায় মাছ বেচি আছিল। হঠাতে আহি বলেন নামেৰে 'হেলথ ইন্সপেক্টৰ' এটাই তাইক বুজন মাছ দুটা বিনাদামত দিব লাগিব বুলি দাবী কৰিলে। তাই মান্তি নহ'ল। বলেন বোলা টোক তাই আগৰে পৰা চিনে। তাইৰ চকুৰ আগতে সি ডাঙৰ হৈছে বুলি ক'ব পাৰি। সি ঢলপুৰীয়াৰ কুঁহিৰাম গায়নৰ ল'ৰা। পাঠশালাত পঢ়া সময়তে তাৰ বেয়া অসুখ এটা হৈছিল। বহুতে সন্নিপাত জ্বৰ বুলি ক'লে। হালধি আঁটিৰ গোসাঁই এজনে দৰৱ দি অসুখটো—ভাল কৰিলে যদিও জ্বৰৰ তাপে তাৰ চুলি সৰালে, বুকুৰ হাড় লেখিব পৰা কৰিছে। পেমদাৰ গায়েনৰ ঘৰলৈ অহা-যোৱা আছে। ল'ৰাটোৰ মৰা যেন অৱস্থা দেখি তাইৰ পুতৌ উপজিল। গায়েন বৰ দুখীয়া মানুহ। ভাল বস্তু এপদ দুপদ খুৱাবলৈকো উপায় নাই। সেই কাৰণেই সি খাই গাত বল পাবৰ কাৰণে প্ৰায়ে তাকে খুৱাবলৈ তাই ভাল ভাল মাছৰ টুকুৰা দি যায়। এতিয়া সেইটো বলেনেই কালান্তক হৈ পৰিল। মানুহ বৰ খাই পাতফলা। পেমদাই শীতলাক কয়—সি মোৰ মাছ খায়েই জীলে, এতিয়া আকৌ পঢ়ি শুনি 'ইলিহপিকটৰটো' হৈ মোৰ ওপৰতে এটিয়াৰ খটাবলৈ আহিল।

তাই বিনা পইচাত মাছ নিদিও বুলি কোৱাত সি ভয় দেখুৱাই ক'লে—ভালে ভালে মাছ দিয় যদি দে। মই হেলথ ইন্সপেক্টৰ।

মই কি কৰিব পাৰোঁ। তই জান? এতিয়াই গোটেই সোপা মাছ পেলাই দিয়াব পাৰোঁ।

পেমদা এনেয়ে মুখচুকী, তাতে আকৌ পৰৰ বৰ কথা শুনিব নোৱাৰে। তাই গৰ্জি উঠিল—হেৰ, কোনজনী শাহুয়েৰৰ আগত বৰ কথা শুনাইছহি? অমুকীক চিনা—নাই? অমুকীয়ে হোলোকে হোলোকে পানী খুৱাব পাৰোঁ। মই মাৰৰ লগত অনা বান্দী নহয়। মনত আছে, অমুকীয়েই বৰ মাছৰ টুকুৰা খুৱাই তোৰ হাড় লুকুৱাইছিলোঁ? নহ'লে ইমান দিনে তোৰ হাড়ত বল গজিলহেঁতেন। বোলোঁ খাই পাতফলাৰ জাত! এইবোৰক চালেও যাত্ৰা নাস্তি। খুৱাই কঠা! আই ঐ নৈ আপচু দিবলৈ বহি......।

বলেনে মাত দিলে—অই, বৰ বৰ কথা নক'বি। তোৰ পেলা মাছ পেলাই দিওঁ বুলি মোৰ লগত মিতিৰালি পাতিছ?

সি বৰ ভাওৰ ভাওৰকৈয়ে ক'লে। কাৰণ আগতে পেমদায় কোৱা কথাবোৰ ওচৰৰ মানুহে শুনিছিল আৰু সি অপমান পায়ছিল। সি ওচৰৰ মানুহ কেইটাক সম্বোধন কৰি ক'লে—বাইজ, চাওক। এই পোহাৰীবোৰৰ পৰাই দেশত বেমাৰএজাৰ সুগুচা হ'ল। ইহঁতে পানী চটিয়ায় মাছৰ ৰাকলিখন চক্চকীয়া কৰি ৰাখিব, জয়া মাছ বুলি ক'বলৈ মাছৰ ফুলত ৰং দি আনিব আৰু সেইবোৰকে বেচিব। সিফালে পাবা, গেলেপা লগা মাছহে। দেশত কলেৰা হৈছে আৰু এইজনীয়ে আকৌ এইসোপা মাছকে বেচিবলৈ আনিছে।

এনে দেখ দেখ মিছা কথা পেমদাই কাহানিও শুনা নাছিল। তাইৰ মাছ জীয়াই আছে। পানীত এৰি দিলে কিজানি ছুটামানে থাপলি মেলিবও পাৰে। জপিয়াই থাকিলেহে জীয়া মাছনেকি? ইমান মুখচুকী মানুহজনী সেইফালে তথা লাগিল। তাইৰ ভৰি দুখন কঁপিবলৈ ধৰিলে। মুখৰ কথা হেৰাই গ'ল। অলপ পৰ তভক মাৰি থাকি তাই তাৰ মুখত খুৱাই দিলে আৰু টেটুফলা চিএৰেৰে ক'লে—চালা, কনা, আও কথা।

বলেনৰ অসহ্য হ'ল। সি পুলিচ এটা মতাই ক'লে—এইখোক মাছ কলেৰা হোৱা ঠাইৰ পৰা আনিছে। তাকো বেয়া মাছ। মাখি পৰা। পাচিটো দাণ্ডি সৌ জানটোত উঠাই দিয়া।

পুলিচে পাচিটো দাণ্ডিবলৈকে নেপালেই। বহিবলৈ লোৱা ইটা-ভোখৰ পেমদাই বলেনৰ মূৰলৈ মাৰি পঠিয়ালে। তাৰ মূৰ ফাটি তেজ ওলাল। ক্ষন্তেকতে গোটেইখন হুলস্থূল লাগি গ'ল। তাইক পুলিচে হাত কেৰেয়া মাৰি জিলালৈ লৈ গ'ল। তাতে হাজতত তিনিদিন থাকিল। এতিয়া জামিনত খালাচ পায় আহিছে।

পেমদাৰ কাহিনীটো কোৱাৰ পাছত মোৰ অতৰ্কিতে এটা হুমুনিয়াহ ওলাই পৰিল। শীতলাক সুধিলো, এতিয়া তাই কি কৰিছে?

শীতলাই ক'লে—জিলাত হেনো এই তিনি দিন তাই কুটা এগছিও মুখত লোৱা নাছিল। পঁইভাতত ছুটিমান খাবলৈ দিলোঁ। তাকে খাই এতিয়া বেৰখনত মূৰ হলাই টোপনিয়াইছে।

—পুলিচে তাইক অশুচি কৰিলে বুলি তাই ক'লে দেখোন!

—এৰা, আগৰদৰেই। তাইৰ দেহাটোৱেই কাল হ'ল। এইবাৰ এটা পুলিচে আৰু দাবোকাই নিজেও।

মই ভাবিলোঁ, পেমদাৰ জীৱনলৈ হুবাৰ পুৰুষ অহিছিল, সিহঁতৰ তৃপ্তিৰ কাৰণেই। প্ৰতিবাৰেই তাইৰ ইচ্ছাৰ বিৰুদ্ধে। একোটা বিভীষিকা স্বৰূপে। তাইৰ বাবে এনে দৈহিক সনাতন তৃপ্তিও কিজানি অতৃপ্তি আৰু উৎপাড়ন বুলিয়েই ধৰি লৈছে।

সেইদিনা পেমদা আমাৰ ঘৰতে থাকিল। পাছদিনা যাবৰ সময়ত তাই মোৰ সৰু পোণাটো—কোলাত লৈ চুমা এটা খাই শীতলাৰ কাণে চাই ক'লে—মোকো এনেকুৱা এটা লাগে ঐ বোৱাৰী। তাক বলেনক, পাচিৰ মাছ খুৱাই মৰাৰ পৰা জীয়ালোঁ, সিয়েই আকৌ বুৰকৰ পৰত পটি শুনি উঠি ঘোক চিনি নোপোৱা হল। 'খেমেতো' পাই উভতুলি দেখুৱালে।

তাই কেঁচুৱাটো শীতলাৰ হাতত দি মোক উদ্দেশ্য কৰি ক'লে,—মণ্ডল, তহঁতেনো কণমৰা দৰব বিচাৰি কি মুকখালিখন কৰিব খুজিছ ? সদয় হৈ ঈশ্বৰে তহঁতক লৰা-ছোৱালী দিছে, তাতে সন্তুষ্ট থাক। এইবোৰ বন্ধ কৰিব নেপায়। পাপে ছুব। ময়ো দৰব বিলাই ফুৰাৰ কাৰণে এইবোৰ হুৰলৈ পালে। মোৰ ওপৰত ভগবানৰ শাও-পাও পৰিছে।

ময়ো তাইক সন্তুষ্ট কৰিবলৈকে মিছাকৈয়ে ক'লো—মই হ'লে ভৰা নাছিলোঁ—। শীতলাই কোৱাতহে হয় ভৰ দিছিলোঁ। এৰা, এইবোৰ নকৰাই ভাল।

তাই ক'লে—অঁ, তোৰ লৰাছোৱালী হ'ব, তোক পিতাই বুলিব মোৰ যদি আজি এটা ল'ৰা থাকিলহেঁতেন, সি ডকাইত হোৱা-হেঁতেনো বৌ বুলি সাদৰত পৰ্মি গ'লহেঁতেন। বলেনৰ দৰে কুকুৰ এটালৈ ভোচ ললেহেঁতেননে ?

তাই এইখিনি কথা একে উশাহতে কোৱা যেন লাগিল। তাই আক এখন তামোল খাই ল'লে আৰু আমাক খুব শলাগি বিদায় ল'লে।

তাৰ পাচত প্ৰায় আঠমাহমান পেমদাক দেখা নাই। হাটকেই-খনত তাই নথকাটোৰ অভাৱ অনুভৱ কৰিছোঁ। মাছ বেচা ঠাই-কণলৈ গলেই সদায় তাইলৈহে মনত পৰে। তাইৰ গাওঁখন মই থকাৰ পৰা তিনি মাইলমান আঁতৰত। দুই একক খবৰ কৰিলোঁ। কোনেও ক'ব নোৱাৰিলে। খবত হেনো মাকো নাই।

পিছে এদিন পেমদা মোৰ ওচৰত হাজিৰ হ'লহি। লগত এটা প্ৰকাণ্ড মানুহ। নিশ্চয় পশ্চিমীয়া মানুহ। তাক চেহেৰাতে স্পষ্টকৈ ধৰিব পাৰি। তাই আঙুলিৰে মোৰ ফালে দেখুৱাই মানুহটোক ক'লে—এয়া, মই কোৱা মণ্ডল বাবু। চালাম দে।

মানুহটোৱে হাতযোৰ কৰি প্ৰণাম কৰিলে।

—এওঁ কোন পেমদা ?

—পঢ়াশুনা জনা মানুহ, এটা ভাণ্ডৰ লাটৰ মণ্ডল হ'লি—, তয়ো বুজি নেপালি ?

মই কওঁ নকওঁকৈ ক'লো—মানে তোৰ..................

তাই লাজতে চকু দুটা সক কৰি পেলালে। লাজ যেন তাই কাকো দেখুৱা নাছিল, মোৰ ওচৰতো লুকুৱাই থৈছিল আৰু এই কাৰণেই মানে আজিৰ লাজটো দেখুৱাবলৈকে যেন যত্নেৰে সাচি থৈছিল। চাই ভাল লাগিল তাইৰ খোলোচা ভাব ফুটি উঠা ধুনীয়া মুখখনিত সেই লাজে ৰূপত বহুন চৰাইছে আৰু তাইৰ বয়সটো পোন্ধৰ বছৰ যেন কমি গৈছে। তাই মোৰ কথাটো 'ওঁ' বুলি সমৰ্থন কৰি মোৰ ওচৰত থিয় দি থাকিবলৈ আৰু লাজ পালে। 'শীতলা' 'শীতলা বুলি চিঞৰি – ভিতৰ পালেগৈ।

পেমদাৰ মানুহটোক বহিবলৈ দি সুধিলোঁ।—তেনেহলে তুমি পেমদাক অনা কিমান দিন হ'ল ?

সি ক'লে—এই মাচ ধৰি সাত মাচ।

মই সুধিলোঁ।—তুমিনো কি কৰা ?

সি ক'লে—হামাৰা চাথ অউৰ জাল মৰা মানুহ আছে। হামী এই কাম চলায় আভি বৌমাৰী বিলমে মাছ মাৰিছে। পেমদা আপকা বাত চব দিন আচ্চা কইছে।

মই তাক তাতে বহুৱাই ভিতৰলৈ গৈ দেখোঁ, শীতলা আৰু পেমদাই কথাত নিজকে পাহৰি গৈছে। তাই হাতত কি আনিছিল মই লক্ষ্যই কৰা নাছিলোঁ। এতিয়াহে দেখিলোঁ,—শীতলাৰ ওচৰতে এটা বৰুন আঁৰি মাছ।

মোক দেখি শীতলাই ক'লে—এইটো পেমদাই আনিছে।

মই কলোঁ, পেমদাৰ তেনেহলে আমালৈ এৰেটা হেঁপাহ।

পেমদাৰ মুখত এটি পৰবৰ হাঁহি। তাইৰ গাত মই ভালেমান পৰিবৰ্তন দেখিলোঁ। এইটো তাইৰ সুকীয়া ৰূপ। কথাটো জানিবলৈ মনটো উচপিচাবলৈ লাগিল। অলপ সময়ৰ পাছত জানিব-

লৈকে মোৰ—ধৈৰ্য্য হেৰাল। হাতেৰে ইংগিত দি শীতলাক মোৰ কাষলৈ মাতি গোপনে সুধিলোঁ, এইৰ গাত অলপ চিন দেখিছোঁ, একা? তোমাক কিবা ক'লে নেকে?

শীতলাই ফুঁচালিৰ হাঁহি এটা মাৰি বেছি গোপনে—ক'লে—ছমাহ হওঁ হওঁ; আজি কালি হোনো তাইৰ ভাগৰ লাগি থাকে। হেলাই হেফাই ফুৰে। কিন্তু তাইৰহে যি ফুৰ্তি! ল'ৰা হ'লে হোনো তাৰ নাম থ'ব পঞ্চম।.........।

ৰচনা এপ্ৰিল, ১৯৬২

# চিত্ৰপট

আচলতে খবৰটো দিবলৈ কৈছিল, ক'লাহ টেকেলাক। ক'লায়ে হেনো বাঘচোং-লিচুবাৰী গোটেইখন চলাথ কৰি মোক নেপালে। হেৰ, তই যদি এনেকৈয়ে ওপৰচকুৱা হৈ বিচাৰ, চৰকাৰক 'এচামী-ফৈৰাদীবোৰ' উলিয়াব কেনেকৈ? বাককৈ সি ধীৰমনক খবৰটো দি গল। ধীৰমনো আকৌ সেলেঙি লগাই কথা কোৱা মানুহে। মুখত ভৰোৱা তামোলখন হজম হৈ যায়, তাৰ কথাৰ অন্ত নহয়। সি যিটো খবৰ পালে তাকে সজাই-পৰাই ক'লেহি "কথা 'গুৰুত্ব', সকমণি, ক'লায়ে কৈ যাওতেই তাৰ চকু সেমেকি গৈছিল। তই যে কয়, সেই বকুলী নবৌৰ কথা, তোৰ সেই বকুলী নবৌয়েৰেই খবৰ দিছে। মানুহজনীৰ দুখ কুলাই-পাচিয়ে নধৰা হৈছে। ক'লায়ে হুমুনিয়াহ কাঢ়ি কলে, নবৌয়েৰো হেনো দিক্‌বিদিক শুইন দেখিছে। 'পট-অঁকা গোঁসাই'ৰ হোনো যোৱা-খোৱা অৱস্থা। অচিন বেমাৰে গল লৈ হেনো হাতী যেন মানুহটোৰ এই অৱস্থা কৰিলে। আজি এমাহ নৰিয়া-পাটীত। তোক নবৌয়েৰে যেনে-তেনে যাবলৈ কৈছে, এবাৰ খা খবৰ কৰিবলৈ। 'পট-অঁকা গোঁসাই'ৰ হেনো এলাপেচা বিয়াধি হোৱা নাই। জিলাৰ ডাক্তৰেও চালেহি; খিত্তাই 'কম্পাউণ্ডৰ'তো আছেই। সিহঁতে ৰায় দিছে, গোঁসাইক গুৱাহাটীলৈ নিনিলে, ভাল ডাক্তৰে নেচালে, বচাৰ আশা নাই।

কথাখিনি কৈ ধীৰমন নৰ'ল। মই যাওঁনে নেযাওঁ ভাকো গুনি যাবলৈ তাৰ সময় নহল। তাৰ তিনি বছৰীয়া লৰাটোৰ কাষলতিৰ তলত গাওঠি নাষিছে। লৰাটো লৈ সি এতিয়া 'চিকিৎ'লৈ যাব লাগিব।

ধীৰমনে কোবাকুবিকৈ গৈ থকা চাই চাই মই বজ্ৰপাত পৰা মানুহৰ দৰে থিয় দি ৰলো। ভেপৰ পৰা বিড়ি এটা উলিয়াই হোপা এটা মাৰি মনটো পাতল কৰিবলৈকো যেন মোৰ শকতি নাইকিয়া হল। সঁচাকৈয়ে 'পট-অঁকা গোঁসাই' মৰিব? বকুলী নবৌ যেন আমাৰ নিচিনা এখন সাধাৰণ গাঁৱৰ সাধাৰণ তিৰোতা নহয় সাক্ষাৎ গোঁসানীহে। অতি ৰূপৱতী। যেন আহিনমহীয়া আকাশৰ জোনবাই। সেইজনী বকুলী নবৌ অকালতে বাঁৰী হব? গাঁৱলৈ আজিকে ধৰি দুবছৰ তিনি বছৰ মই নাই যোৱা। আঠ-ন বছৰ এই চাকৰিভাল কৰি পেটৰ ভাত মুঠিৰ কাৰণেই নথকা ঠেগাত থাকি. নোযোৱা ঠেগালৈ গৈ, নকৰা কাম কৰি কৰি আগৰ ভাব-গতিবোৰ, নোহোৱা কৰিলোঁ বুলি ভাবিছিলোঁ। কিন্তু এতিয়া বকুলী নবৌৰ দুখৰ কথা শুনাত মোৰ 'চিত' চিৰলাচিৰলি হল। গাল দুখন তপত তপত লাগিছে। চকুলো নিগৰিছে? এৰা, মই কাঠচিতীয়া হোৱা নাই। এতিয়াও মানুহ হৈয়ে আছো। যাম যাম, মই ঔদ্ধক যাম। মই ক'মগৈ—এয়া চা নবৌ, মই সকৰ্মণি, চিন্তা নকৰিবি। চিন্তা চিতাৰ জুইতকৈয়ো 'মাৰাত্ত'। বেছিকৈ পোৰে।

কাইলৈৰ পৰা তিমতিমীয়াত ভি-ভি-টি ছাটওৱাৰ কথা আছিল। ধেমাটো আৰু 'স্পেয়াৰ'টো মোৰ তাতে আছে। বাকী চাৰিটা মানুহ মোৰ তালৈকে অহাৰ কথা আছে। বস্তুবোৰ মোৰ তাৰ পৰাই হাতে হাতে তুলি লৈ তিমতিমীয়ালৈ যোৱাৰ কথা। কিন্তু এতিয়া চব ওলট-পালট হৈ গল। মেলেৰিয়া অপিচ পালোঁগৈ। বৰবাবুৰ হতুৰাই ছুটীৰ দৰ্খাস্তখন লেখাই লৈ বৰমুৰীয়াজনৰ ওচৰত হাজিৰ হলো। এইজন কম ভকত নহয়। আমাৰ নিচিনা চাকৰি কৰা মানুহবোৰক বহতীয়া গোলাম বুলিহে ভাবে। পোনতে দেদাউৰি এটা দিছিল। বাৰকৈ মনলৈ সাহ অহাত একেলেথাৰি'য় কথাবোৰ কৈ গ'লা। তেওঁ বাৰকৈ ছুটী দিলে। জেপত কেইটামান টকা আছিল। তাৰে আৰতৰীয়া সুমথিৰা দুটামান, নাচপতি দুটামান আৰু

চাগু অলপমান কিনি আমি ঘৰত মোৰ মানুহজনীক ক'লোঁহি, 'তৰা, গৰমে গৰমে ভাত দুটামান দে। পলম নকৰিবি। খাটীয়া আলু দুটা পুৰি দিলেই হল।' ইমান লৰালৰি কিয় বুলি তৰাই 'বাকৃতিতা' এটা দিব খুজিছিলেই। কিন্তু মোৰ ওল্দোলোৱা মুখ আৰু গহীন গহীন ভাবগতি দেখি বেছিকৈ বকলা নেমেলিলে। 'পট-অঁকা গোঁসাই' আৰু বকুলীৰ 'বিত্তান্ত' তাই মোৰ মুখে কেৱা-বাৰো শুনিছে। কিজানি তাইৰো হিয়াত বেথা। সেয়েহে লাহে লাহে ভাত-চক ঘৰত সোমালগৈ।

কোনোমতে দুমুঠি গুজি মোৰ সেই এৰি অহা গাওঁখনলৈ ওলালোঁ। তৰাক কলো, পুৱাতে নিতাই, ভোকোন্দাই আৰু ৰবকৎ ওলাবহি। কথাটো কবি। আৰু, ধেমাটো আৰু সজুলিবোৰ চাইচিতি সিহঁতক দিবি। অ', আৰু এটা কথা। সিহঁত যোৱাৰ আগতে কল গছৰ দাঁতিৰ খালটোত অলপ দৰৰ ছটিয়াই যাবলৈ ক'বি। তোৰ ভয় লাগিবনে কি? সোন্দৰৰ ভতিজাটোক নাইযা ফুলক ইয়াত শুবলৈ ক'বি। মই দুটা অন্ত পৰিলে আহিম। অতি বেছি শুকুৰবাৰ বা শনিবাৰ।' তৰাই পাতি কথাতে ওঁ, ওঁ কৰিলে। মানে তাই মোক বুজালে—তাই ঘৰখন চম্ভালিব পৰা এজনী লায়ক তিৰোতা মই এজনী এলাইৰাহু 'গিৰহিণী'ৰ মতা নহয়।

বাছত উঠিলোঁ। মই চহৰত পোনতে চাকৰি কৰিবলৈ অহাৰ সময়ত আমাৰ গাৱঁলৈ বাছ চলা নাছিল। এই পোন্ধৰ মাইল বাট তেনেই ওখোৰা-মোখোৰা আছিল। বন গজা বাটটোত লিকে লিকেহে চাইকেল চলাব পৰা গৈছিল। এতিয়া বাটটো আহল-বহল। ধূলি উৰে যদিও মজবুত। শিলগুটি পৰিছে বাছো চলে দৈত্যৰ দৰে—বিস্বাশবদে। দুটামান চিনাকি মানুহো বাছত মোৰ আশে-পাশে বহিছে। মই সিহঁতৰ লগত কথা পাতি মনটো আন বস্তুত গুজি থ'ব পাৰিলোহেঁতেন। কিন্তু সিহঁতৰ লগত কথা পতাৰ তেনেই ইচ্ছা নহল। মন আকোৰ-গোঁজ। কেৱল এক চিন্তা। বকুলী

সবোৰ যে মোলৈ ইমান ভাবনা! অথচ মই এটা গাওঁ নেওচা দিয়া মানুহ। নবৌক আজি দুই-তিনি বছৰ দেখাই নাই। আমাৰ গাৱঁত কেইঘৰো বেছ বসন্তীপ থকা মানুহ আছে। ভৰত মৌজাদাৰ আছে। মাছৰ মহল ডাকি ন ধনী হোৱা ফটিক কলিতা আছে। নকৈ পতা কিবা 'ভেনচুৰ হাই ইস্কুল'ৰ সেই হেট মাষ্টৰটো আছে। সকৰুণ শইকীয়া ঠিকাদাৰ হৈ আজি কালি গোণা ম'হটোৰ দৰে ঘূৰি ফুৰে। সিইঁত ক'ত আৰু মই ক'ত? অথচ বকুলী নবৌয়ে মোকেইহে খবৰ দিলে। নবৌয়ে কি ভাবি মোক মাতিছে, একো উমান পোৱা নাই। এৰা, নবৌয়ে মোক পাহৰিব নোৱাৰে। পট-আঁকা গোঁসাই'ক যে মই বৰ ভাল পাওঁ বুলি নবৌৰ বুজিবলৈ অকণো বাকী নাই। তেতিয়াৰ জীয়াৰী বকুলীৰ গোঁসাইলৈ আকল'টো কিমান আছিল সেইবোৰ মইহে জানো! পৌৰিতিত বুৰ যোৱা বকুলীৰ আবিয়ৈ কালৰ সকলো সাহসী কামৰ সাক্ষী আছিলোঁ মই। বকু-লীক অভয় দিছিলোঁ মই। অথচ তেতিয়া মই আছিলো তেনেই গজলুৱা ডেকা। গোঁফ দুই-এডাল থুতিয়াইছিলহে। এনে সময়তে গোঁসায়ে আকৌ বাহ পাতকহি। গোঁসাই মানে থানেশ্বৰ গোস্বামী। ভাটি ফালৰ হেনো কোনোবা নাম থকা সত্ৰৰ অধিকাৰৰ পুতেক। কিন্তু তেওঁ সকবে পৰা হোনো ধৰম-চৰমলৈ মতি নথকা মুকলিমূৰীয়া মানুহ আছিল। সত্ৰত ডাঙৰ-দীঘল হল যদিও তেওঁ ধৰমৰ জালত নপৰিল। সকতেই ঘৰ এৰি আলেঙে আলেঙে ফুৰি দেশৰ কাম কৰিলে। বহুত ঠাই ঘূৰিলে, বহুত কথা শিকিলে। তেওঁৰ মানত সকলোৱেই আপোন! আনেও তেওঁক আপোন বুলি ভাবিলে। গোঁসাইৰ হাতৰ বিদ্যাও কম নাছিল। তেনেই দেবদূতৰ গুণ। ৰাজ কোঁৱৰৰ ৰূপ। শাস্ত্ৰত পাকৈত। হাতখনতো যাদু। সুন্দৰ নক্সা আঁকে পটআঁকে। আমাৰ গাৱঁৰ নৈকাষৰীয়া ধাননি পথাৰখন, তাৰ দাঁতিৰ কুলাম এজাৰ গছবোৰ, বাঁহনিৰ ঘেৰটো আৰু কৃষ্ণ-চূড়াই বেৰি থকা পুখুৰীটো বোলে গোঁসায়ে খিয়েটাৰৰ পৰ্দাত

ছদিনতে আঁকি পেলালে। কেবাটাও বং মিলাই কত যে বং তৈয়াব কবি এই পটখন আঁকিলে! এয়ে আমাব অতি আপোন 'পট আঁকা গোঁসাই'।

গোঁসাইব নিজব বুলিবলৈ ঠাই এখন নাছিল। কাম পট অঁকা। খায় বেলেগ বেলেগ গাৱঁব বেলেগ বেলেগ বাইজব খবচত। ছুই তিনি মাহ থাকি এখন এখন গাৱঁব ভেকাহঁতব খিয়েটাবব পট আঁকি অঁটোৱাব পাচত আন এখন গাৱঁব ভেকাইঁতে কাবো কোকালি কবি মাতি নিয়েছি। কোনো কোনোৱে ছমাহব আগতে বায়নাও দি যায়হি। এইদবে পট আঁকি অঁকি গোঁসাই আমাব গাওঁ ওলালহি।

আমাব গাৱেঁা কম নহয়। পট-আঁকা গোঁসাই আক ভলাব বগৰী হৈ থাকিব নোৱাবিলে। ভীষ্মব 'পত্তিগ্যা' লবচব হল। গাৱঁব লখিমীয়ে কিজানি মোহিনী বান মাবিলে—পৰী যেন গাভক বকুলীব ৰূপ লৈ। কম কথা নহয় দেই। সংসাবব মায়া-জঞ্জালত নোসো-মাওঁ বুলি থিবাং কবা, সংসাব সকলোবে কাবণে নহয় বুলি ভবা, এই খানখিত নলগা মানুহটোক সংসাৰী কবাটো সঁচাকৈয়ে ডাঙব কথা। এবা, নাৰীব মায়ানা কোনে নেওচা দিব পাবিছে? মহাদেউ গোঁসায়ে যে নোৱাবিলেই, আনকি 'বিচ্যামিত্ত'ব দবে মুনিয়েও নোৱাবিলে। আমাব পট-অঁকা গোঁসাইনো কোন কুটা? ইয়াকে বোলে কপাল। আমাব গাৱঁবো কপাল, সোম দাসব জীয়েক বকুলীবো কপাল। কপালনো কি বুলিম? স্বয়ং বিধাতাবে কিজানি কাবচাজি। সেইছোৱা কবলৈ গলে এখন মহাভাবত হব। এতিয়া সেই পীবিতিব উম লগা কথাবোবব বহুতখিনি পাহবিলোঁৱেই। তথাপি 'কেৰ্টামান' কথা কাহানিও মনব পৰা মচ নেখাব।

খিয়েটাবব পৰ্দাত গোঁসায়ে আমাব পথাবখন আঁকি শেষ হোৱাব দিনাই এইটো উপকথা যেন লগা 'বিত্তান্ত'ব পাতনি। মানুহ জাকে জাকে পটখন চাবলৈ আহিছিল। আমাব বকুলীও আহিছিল।

তেতিয়াইহে চিনাকি। এই ৰূপত কোন ভোল নেযাব? কেঁচা হালধি যেন দেহৰ বৰণ। কুন্দত কটা দেহ। ভৰপূৰ যৌৱন। মোহ লগা মিঠা মাত। তেনেই সৰগৰ পৰী হেন। এবাৰ দুবাৰ কথা-বতৰা চকুৰ যোগাযোগ। তাৰ মাজেৰেই বহুত মনৰ কথা পতা হৈ গল। গোঁসাই বান্ধত পৰিল। পাচত মোক গোঁসাই ককাইদেৱে (মই এইবুলি সমধ ধৰিছিলোঁ।) কৈছিল, 'বুইছ, সফমণি, সেইদিনা নবৌয়েৰক দেখি পোনতেই বুজিছিলো, মোৰ কিবা এটা বেলেগ ভাব হৈছে। দেখাৰ ছোৱালীৰ মাজত যে এই সুকীয়া। আনকি তাইলৈ মই চিধাকৈ চাবই নোৱাৰিছিলো। মোৰ ভাব হৈছিল, নিঠকৱা জীৱন-টোৰ বহুত তিতা-কেঁহা, ভাগৰ-জুগৰ আৰু হা-হুতাশৰ যেন নিমিষতে ওৰ পৰিল। এই ৰূপত জুই নাছিল, জোনাকৰ স্নেউতিহে আছিল। শান্তি আছিল।'

আৰু, গোঁসাইক দেখিনো তাই ভোল নেযাব কিয়? ভেলেঙী-জনীৰ দৰে তাই চাই থাকি পাচত অনবৰত তলমুৰ কৰি আছিল। ইমানেই আছিল গোঁসাই ককাইদেউৰ ৰূপ, গুণ আৰু আচাৰ-ব্যৱহাৰৰ চমক। তাৰ পাচত পৰাণ শাত পৰিবলৈ কোনে কেতিয়া ক'ত পীৰিতিৰ চুটি চুটি কথা পাতিলে, কেনেকৈ কথাবোৰ হিয়াৰ ভিতৰত সোমাল,—সেইবোৰ মোৰ অবিদিত যদিও অনুমান কৰি ললোঁ। এটা কথা পাচত গোঁসাই ককাইদেৱে মোক কলেঃ তেতিয়া ভাদ মাহ। মুনিহ-তিৰোতা পথাৰত। কেঁচুৱাৰ উচুপনি, কুকুৰৰ কেংকেঙনি আৰু পাতিহাঁহৰ মাতত বাদে গাওঁ নিজম। বাট, চোতাল পদূলি—ক'তো জনপ্ৰাণী এটি নাই। এনে এটা নিজম দুপৰীয়া থাৰণিৰ চোক যেন ৰ'দত গৈ গোঁসাই ককাইদেউ সোম দাসৰ ঘৰ ওলালগৈ। কাৰণ? হিয়াৰ দহন। বকুলীৰ মাক আছিল। বকু-লীও আছিল। বকুলী ওলাই আহি আনকি বহক বুলিও ক'ব পৰা নাছিল। মাকে গোঁসাইৰ দৰে ডাঙৰ মানুহ এজন ঘৰ ওলা-বহি বুলি সপোনতো ভাবিব পৰা নাছিল। ঘৰত আলহ-উদহৰ সীমা নাছিল।

গোঁসায়ে টিপতে বকুলীক কৈছিল— ছুপধীয়! তেওঁৰ বাহালৈ যাবলৈ। তেওঁ তাইৰ এখন পট আঁকিব বুলি কৈছিল। সাযে সুৰে তাই গৈছিল। পুৰা পাঁচ দিন। গোঁসায়ে তাইৰ পট আঁকিছিল। সাইলাখ বকুলীৰ পট। এই পট তেওঁ আৰু বকুলীত বাদে কেৱে দেখা নাছিল। গোঁসাই ককাইদেৱে আলফুলকৈ পেৰাত ভৰাই থৈছিল। দুয়ো সংসাৰ কৰাৰ সময়তহে হেনো শোৱনি ঘৰত আঁৰি থৈছিল।

মই পাচত গোঁসাই ককাইদেউক কৈছিলোঁ, মানুহজনীতো গোটে গোটে ঘৰলৈকে আনিলে। আকিলেনো কিয় ? গোঁসাই ককাইদেৱে এনেকৈ কৈছিল, যৌৱন কি বুজনে ? যৌৱন মানে ডেকা হোৱা বা গাভৰু হোৱা সময়ৰ দেহ আৰু মন ইয়াতকৈ সুন্দৰ আৰু একো হব নোৱাৰে। কিন্তু যৌৱন বৈ নেথাকে। গতিকে পটখন আঁকি নবৌয়েৰৰ যৌৱনক ৰাখি থলো। নবৌয়েৰৰ যৌৱন পটত স্থিৰ হৈ ৰল। সময়ক ধৰি ৰাখিলোঁ।

গোঁসাই ককাইদেউৰ এইবোৰ কথা সেইদিনা বুজা নাছিলোঁ। এতিয়া চেঙেলীয়া তেজ নাই কাৰণে ভালকৈ গমি-পিতি চাই ভালকৈ বুজি পাইছোঁ। বিহুগীতবোৰতো এনেবোৰ কথাই আছে। এবা যোৱান কাল গ'লে আৰু ঘূৰি নাহে। আৰু এই যোৱান কালটো অথলে গ'ল বুলি গোঁসাই ককাইদেউ আৰু বকুলীৰ আপচোচ কৰিবলগীয়া নাই। বহুত পালে, বহুত দিলে।

মই এদিন নৈৰ পাৰে পাৰে আহি আছিলোঁ। সাজ নিশা। হাতত এটা বাঁহী আছিল। বজাবৰ মন গৈছিল। কিন্তু হঠাতে কাৰোবাৰ মাত শুনি ভ'ৰক লাগি ৰলোঁ। জোনৰ পোহৰত দেখিলো. নৈৰ পাৰৰ টিপটোৰ কাষত গোঁসাই ককাইদেউ আৰু বকুলী। মোৰ গাটো চেৰাই গল। ভাবিলোঁ, কথা ভালেখিনিলৈ আগবাঢ়িছে। মোৰ জাননী দিবৰ ইচ্ছা গল। বাঁহীক ফুক দিলোঁ। তাকে শুনি সিহঁত দুয়ো দুফালে ফাঁহি-চিটিকা দিলে। আনেও কিজানি জানিছিল।

এইদৰে কোনোৱে কলে, গোঁসাই আৰু বকুলীয়ে পানীৰ মুঁৱলিত মনৰ কথা পাতিছে নাইবা গোঁসাই আৰু বকুলীয়ে ধৰ্মপুৰীয়া হাবিৰ কাষে কাষে ঘূৰি ফুৰিছে। আউসীৰ নিশাও। গকুল আৰু কমল নৈত টেক দাঙিবলৈ যাওঁতে সিইঁতহালক শেহ নিশা নৈ-চাপৰিৰ বিৰিণাৰ মাজত দেখা পাইছিল। গতিকে কথাটো চৌদিশে বজন-জনাই গল। সোম দাসৰো বদনাম হল জীয়েকক উদঙীয়া গাই কথাৰ কাৰণে। ভেতিয়াহে সোমে জীয়েকক বয়সৰ দোষে ছুইছে বুলি প্ৰথম 'চোভা' কৰিলে। শেষত এনেকৈ ক'বলগীয়া হল: বকুল গা বচাই নেৰাখ যদি ভিঙিত কলহ বান্ধি নৈত পেলাই দিমগৈ। লেগুৰী হৈ টিংখাপ বগাব খজিছ কিয়? সি গোঁসাইৰ লৰা আমি হলোঁ নিহকুলীয়া। সি তোক ঠগিব। পাছত পেলনীয়া দেহেৰে মোৰ জঞ্জালৰ বাঁহ হবি 'যাতুকানেন' আজিৰ পৰা কিবা শুনো, কোবাই আধা মৰা কৰিম।

আচৰিত কথা। কথাতে কয় বোলে,- চাপৰি আৰু জালুকনি কথা নহয় যেন উফি-ওকণি। সোম দাসে বকুলীক সাৱধান কৰি কৰি দিয়াৰ কথা পট আঁকা গোঁসাই ককাইদেউৰ কাণতো পৰিল। এদিন মোক তেওঁ পুৰাতে মতাই আনি কলে, সকমণি, তই এটা ভাঙৰ কাম কৰিব লাগিব। ময়ো এটা ভাঙৰ কামৰ বাবেই আগ-বাঢ়িছোঁ। আবেলি তই বাইজ গোটাব লাগিব। মই জাত পাতৰ কথা কম। বকুলীক বিয়া কৰোৱাৰ কথাও কম। বাপেক মান্তি নহলে ক'ম—'নিয়ায়' হোৱা নাই। তাই নৈত জাপ দি মৰিব। আমি বহুত আগ বাঢ়িলোঁ। এতিয়া মই তাইৰ 'ছোৱামী' নহলে মোৰ পাপ হব।

সেই মতে বাইজ গোটালোঁ। গোঁসাই ককাইদেৱে বাইজক ভাবস্তি কৰি ক'লে, 'বাইজ, পৰম গুপুত কথা কবলৈ আঁপোনাসবক মাতিলোঁ। মই থানেশ্বৰ গোস্বামী। আমাৰ ফালৰ মানুহক সুধিলে কব, মোৰ 'গোঁসাগুন্তি' খুব ভাল। আনকি মোৰ আতাক মানুহে ভগবানৰ

এ-কলা বুলিও ভাবিছিল। কিন্তু মই হলে সেইবোৰ একো নেভাবো। আচলতে মোৰ কোনো জাত নাই। নোখোৱা ঠাইত খাইছোঁ, নেথাকিব লগীয়া ঠাইত থাকিছোঁ, গোঁসায়ে নকৰা কাম কৰিছোঁ। আৰু বাইজ, জাত মানুহে তৈয়াৰ কৰাহে! মই গোঁসাইৰ লৰা হৈ আপোনালোকৰ গাৱঁতে থাকিম। মোক অকণমান ঠাই দিয়ক। বকুলী মোৰ ধৰম পত্নী হব। মাথোন পিতাকে মত দিলেই হল।'

গোঁসাই ককাইদেউ যে ইমান অকপট আৰু পৌৰিতিত যে তেওঁৰ অকণো ভাঁজ নাছিল এই কথা সোম দাসৰ বুজিবলৈ বাকী নেথা-কিল। নিজৰ সকলো সন্দেহ মিছা বুলি গম পাই নিজকে হীন যেন লাগি গল। গোঁসাই ককাইদেউৰ উদাৰ মনৰ চিনাকি পাই আনকি সোম দাসৰ চকুলোও নিগৰিল। ভাবিলে, মোৰ কি ভাইগ, ছোৱালীয়েও যে কি ভাইগ সাধি জনম লৈছিল। সেয়েহে বু-বু বা-বাৰ থিতাতে অন্ত পৰিল। গোঁসাই ককাইদেৱে নামঘৰটোৰ পূবে আৰু থিয়েটাৰ ঘৰৰ দক্ষিণে থকা গমাৰি জুজোপাৰ তলত খেৰৰ ছুছলীয়া ঘৰ এটা সজালে। তালৈ বকুলী 'গৃহস্তনী' হৈ আহিল। আমাৰ গাৱঁৰ জাকত জিলিকা জীয়াৰী বকুলী দাস তেতিয়াৰ পৰা মোৰ বকুলী নবৌ হ'ল।

এইবোৰ পুৰণা দিনৰ কথা। মোৰ গাৱঁত থকা দিনবোৰৰ ভিতৰত আটাইতকৈ বেছি মনত সাঁচ বহুৱা কথা। এটা নিয়ম নমনা, হিয়া-মন-দেহৰ তাপ লগা 'উপাইখান'টো যে এখন সাধাৰণ বিয়াৰে শেষ হব, আশা কৰা মতে যে ইটোৱে সিটোক পাব, মই ভাবিবই পৰা নাছিলোঁ। আৰু বকুলী নবৌৰ যে কি সুখ! লগতে গোঁসাই ককাইদেউৰ ঠেক ছিগা জীৱনটোত যে কি শান্তি, কি হৰষ! আৰু সিহঁত যোৰো যে যোৰ পাভ-যোৰ! দুয়োৰে মুঠতে "একো অজেনাহি হীন।" বিধিয়ে যেন দুয়োকে এনে যোৰা পাতি-বলৈকে 'নিৰমাণ' কৰিছিল। কি যে সুখৰ সংসাৰ! বকুলী নবৌৰ শিৰৰ সেন্দুৰ যেন তাইৰ সেন্দুৰীয়া মনৰ জেউতিহে। কপালৰ দগমগীয়া ৰঙা ফোটটো যেন পুৱাৰ বেলিটোহে! মোৰ লগত কথা

কওতে সকমণি বুলি মৰমতে পমি যাব খোজে। গাঁৱৰ সকলোৰে মনত হবৰ। আমাৰ বকুলী আইটি কম নহয়। গোসাই ৰূপ-গুণ আৰু বংশত উত্তম যদিও তেওঁ আছিল 'লান্দাচাৰ' মানুহ। আমাৰ বকুলীয়ে তেওঁ মানুহজনক খিতাপি লগালে। বলীয়া হাতীক লেজুৰে বান্ধিলে। গাঁৱৰ সকলোৰে মুখত এইবোৰেই কথা। "ধইন ধইন" বকুলী নবৌ।—ময়ো এই বুলি কেবাবাৰো 'উচাৰিলোঁ'।

সংসাৰী হৈয়ো গোসাই ককাইদেৱে হবেক ৰকমৰ থিয়েটাৰৰ পৰ্দাত পট আঁকিলে, কাগজত ছবি আঁকিলে। সেইবোৰৰ পইচাৰে ভালকৈ সংসাৰ চলিল। মই এইটো কাম কৰিবলৈ যিদিনা গাওঁ এৰিলোঁ, সেই দিনালৈকে সতি-সন্ততিৰ সৈতে পট-অঁকা গোঁসাই আৰু বকুলীৰ সংসাৰখন খুব ভালেই দেখি আহিলোঁ। কিন্তু আজি একেটা সকমণিয়েই আহিছোঁ সেই একেখন সংসাৰৰে ওলোটা ফালটো চাবলৈ। দেশ তেনেই গুচিল। এই বছৰবোৰৰ ভিতৰতে মানুহৰ মতিগতিবোৰ তেনেই সুকীয়া হল গাঁৱৰ আগৰ সমাজত কেণা লাগিল। অভাৱত পৰি মানুহবোৰৰ ধান্দাবোৰ কিবা হ'ল। হা-ভাত হা-কাপোৰ। চাৰিওফালে জীয়াই থকাৰ তয়ামযা ৰণ। মানুহৰ আশাবোৰে বিয়াগোম আকাৰ ল'লে সিহঁতে ধৰম-অধৰমৰ কথা নভবা হ'ল। চেপা-খুন্দা খাই সিহঁতৰ আগৰ মনবোৰ 'চিচিৰিঙা' পৰিল। নতুন কথাবোৰ গাওঁ-চহৰলৈ বিয়পি পৰিল—মনত অশান্তিৰ বিহ ঢালিবলৈ। চৰ সলনি হ'ল। ঘোৰ কলি কাল আহিল। এই বেপেকৰা কালত কোনেনো পট অঁকা মানুহ এটাক 'গইন' কৰিব? গাঁৱৰ এটা ছবি অঁকা মানুহ কিয়নো পানীয়ে মৰা বাও নহব? এৰা, তিনি বছৰৰ আগতে আহি গোঁসাই ককাইদেউ আৰু বকুলী নবৌৰ দুখ দেখি সঁচাকৈ বেয়া লাগিল! নিতিটো ল'ৰা-ছোৱালীৰে সৈতে ঘৰখন চলাই টান হৈ পৰিল। গোঁসাই ককাইদেউৰ ধুনীয়া মুখখনত অভাৱৰ আঁচোৰ। বকুলী নবৌজনীও আগৰ বকুলী নবৌ হৈ থকা নাই। অভাৱ বৰ 'বেজায়' বস্তু। বৰ নিদাৰুণ।

এইবোৰকে মনত পেলাই বাছত বহি আহিছোঁ। আমাৰ গাওঁ সোমালোহিয়েই। আৰু অলপ পৰৰ পাচত ভেলৌ গছৰ তলত বাছ ৰব। তাতে নামিব লাগিব। অৱশ্যে এতিয়া ভেলৌ গছজোপা আছেনে নাই নেজানো। বাছ চলিছে, ঘটং মটংকৈ। অৰ্থাৎ ৰখাবৰ কাৰণে কমকৈ চলাইছে। ঠিক ভেলৌ গছৰ তলতে ৰখাইছে। ভেলৌ গছজোপা আছে। পিচে ডাল-পাত নাই। গুকান ছালেৰে লঠঙা গৈছে থিয় দি আছে। মই নামিয়েই পোণ কোবে বকুলী নবৌৰ তালৈ খোজ নিদিলোঁ। নিজৰ পুৰণা ভেটিটোৰ ফালেহে ভৰি চলিল। বংশৰ মানুহ কেইঘৰত মাত লগাইহে বকুলী নবৌৰ ঘৰত হাজিৰ হলোঁহি। নবৌয়ে মোক দেখি একো নেমাতিলে। মুঢ়াটোহে দুৱাৰৰ চুকত থৈ বহিবহে ইংগিত দিলে। কিন্তু মই বহাৰ পাচতহে নবৌৰ শোক চৰিল। পোনতে উচুপনি, পাচত কান্দোন। মোৰ আৰু নবৌৰ কান্দি থকা মুখখনলৈ চাবলৈ সত নগ'ল। মই থিয় হলোঁ। ওচৰৰ এন্ধাৰ কোঠাটোত গোঁসাই ককাইদেউ কেঁকাই-গেথাঁই থকা শুনিবলৈ পালোঁ। সেইখিনি পালোঁগৈ। নবৌ মোৰ পিচে পিচে আহিছিল। নবৌৰ হাতত স্নমথিৰা, নাচপতি আৰু চাগুৰ টোপোলাটো দিলো। পাচত মাত দিলো, 'ককাইদেউ গোঁসাই ককাইদেউ' থিতাতে তেওঁ মাতিব নোৱাৰিলে। হয়তো বেছি নিশক-তীয়া নাইবা বেছি যন্ত্ৰণা। অলপ পৰৰ পাচত তেওঁৰ মাত শুনা গ'ল, 'সৰুমণি! এৰা, মই জানিছিলোঁ, তই আহিবি। 'এহেলে' আৰু মোক চাওতা নাই। ধন নাইকিয়া ফপৰীয়াক কোনে চায়?" এইবাৰ শেতেলীত পৰি থকা গোঁসাইক ভালকৈ চালোঁ। এয়া যেন আগৰ পট-অঁকা গোঁসাইৰ জঁকাটোও নহয়। ৰোগে যে মানু-হক কি নকৰে! কথাও বুঢ়া মানুহৰ দৰে। এইবাৰ আৰু নিজক চম্ভালি ৰাখিব নোৱাৰিলো। চকুলো ওলাল। লুকুৱাবলৈ চেষ্টা নকৰিলোঁ। নিয়তি কি নিদাৰুণ। কেনে গুণী মানুহৰ এতিয়া কেনে অৱস্থা! এনেহে লাগিছে, মই যেন এটা যুগ পাৰ হৈ এটা অচিন

যুগৰ মুখামুখি হৈছোঁ। এইটো যুগত কাৰ কিমান দাম বুজাই কঠিন। পৰৰ দুখত মোৰ বেথা হয়। তথাপি দুখৰ মুখামুখি হবলৈ মনে নকয়। মনে পোহৰ বিচাৰে, এন্ধাৰক ঘৃণা কৰে। মোমো সেয়ে হ'ল। গোঁসাইৰ ওচৰত থিয় দি থকাৰ সময়খিনি এক দণ্ডই এদিন যেন লাগিল। মই ইটো কোঠালৈ আহি মূঢ়াটোত বহি পৰিলো। ওচৰতে ধৰা এখন পাৰি বকুলী নবৌ বহিল। ছকুৰি আঠ বছৰৰ ওচৰা-ওচৰি বয়সৰ পট-অঁকা গোঁসাইক দেখিলোঁ সেই ৰূপত। এতিয়া চাইছো ভেৰ কুৰিৰ বেছি বয়সৰ বকুলী নবৌৰ মুখলৈ। চাই ভাব হৈছে, পূৰ্ণিমাৰ জোনবাইক যেন অকস্মাতে কুৱঁলীয়ে আবৰি পেলালে! আগৰ চমক লগোৱা জেউতি যেন বামৰলীৰ ধূলিয়ে মোলান কৰি গ'ল। আগৰ কুন্দত কটা আটিল দেহটো লোলোক-ঢোলোক হ'ল। কোনে হৰি নিলে সেই কেঁচা হালধিৰ বৰণ?

—'সিহঁতকিটা' কলৈ গ'ল?

—নিপু, মন্টু শীতলাৰ কথা কৈছ?

—ওঁ।

—মোমায়েকৰ ঘৰত থাকে। পুহিব নোৱাৰোঁ। কোনো মতে 'ভত্তিৰ' পৰা নাই। দৰৰ-জাতিলৈকে ধন নাই।

—কি বুলি কৈছ? মানে ডাক্তৰে?

—পেটৰ হনা-খোচা বিয়াধি হেনো। জিলাৰ ডাক্তৰক অনাইছিলোঁ। ভেওঁ কলে বোলে গুৱাহাটীত পেট নফলালে হেনো উপায় নাই। সেয়েহে হাঁহাকাৰ দেখিছোঁ। কেবাশ টকা লাগিব। তোক মতালো সেই কাৰণেই। ভাবিলোঁ, ইমান দিন চহৰত থাকি সকলো আও-ভাও পোৱা মানুহ কাৰণেই এটা বুধি কৰি চৰকাৰৰ ঘৰৰ পৰা টকা কেইটা অনাই দিব পাৰিবি।

—কিহৰ টকা পাওনা আছে?

ভই জানই কিজানি। মন্ত্ৰীৰ কথা মতে বঢ়িয়া ছবি এখন গুৱাহাটীলৈ পঠালে। সেইমন সপি এইখন ছমাহ ধৰি আঁকিছিল।

কিন্তু ইমান লিখালিখি কৰিলে—অসমীয়াতো লেখিলে ইংৰাজীতো লেখিলে, তথাপি একো ফল নহ'ল। আজি তেৰ বছৰে লেখালেখি কৰি হায়ৰাণ। পঁচশ টকা দিয়াৰ কথা আছিল। মন্ত্ৰীয়ে কৈছিল। কিন্তু চৰ ভাপ মাৰিলে। এইখিনি টকা পোৱাহেঁতেন তেও জোৰা-কোন্দা মাৰি পেটটো ফলাব পৰা গ'লহেঁতেন।

এইখিনি কথা কৈ বকুলী নবৌয়ে আৰু এসোতা কান্দি হঠাতে মোৰ ওচৰৰ পৰা উঠি গ'ল। বোধকৰো দুখী দুখী অৱস্থাৰে মোলৈ জা-জলপানৰ দিহা কৰিবলৈ। মোৰ মনত এইবাৰ দুখৰ সলনি আক্ৰোশ। এতিয়াহে মনত পৰিল গুৱাহাটীলৈ পঠিওৱা ছবিখনৰ কথা। তেৰ বছৰেও সেই টকা নোপোৱাটো অতি আচৰিত কথা। টকা পাবৰ বাবেইতো ছবিখন গোঁসাই ককাইদেৱে পঠাইছিল। তাকো মন্ত্ৰীৰ কথা মতে। সেই কাৰণেই মোৰ গুৱাহাটীৰ অফিচৰ কেইটামান অচিন মানুহলৈ আক্ৰোশ। ছবিখন আঁকা আৰু পঠিও-ৱাৰ লৈয়ো এটা সাধু কথা হব ঠিক মনত পৰিছে। তেৰ বছৰ চুবছৰৰ আগত কথাই হব। কাৰণ মন্ত্ৰী আমাৰ গাৱঁলৈ অহাৰ দুমাহৰ পাচতেই গোঁসাই ককাইদেউ ছবি এখন বান্ধি-কুন্ধি চহৰত মোৰ ওচৰ ওলাইছিলহি। চহৰৰ পৰাই ছবিখন ডাক যোগে গুৱাহাটীলৈ পঠিয়াইছিল—কিবা বোলে 'ইনিচিয়াৰ' কৰি। তেতি-য়াই গোঁসাই ককাইদেউৰ মুখে ছবি পঠিওৱাৰ 'বিত্তান্ত' শুনিলোঁ। আৰু দুজনমানৰ মুখেও একেটা 'বিত্তান্ত'কে শুনিলো। শুনি খুব ভাল লাগিল। ভাবিলো, গুণীৰ মোল ৰাজধানীৰ মন্ত্ৰীয়েও বুজিলে, অথচ আমাৰ গাৱঁৰ এই কেলেহুৱা সোপাইহে একো মোল নুবু-জিলে,। কথাটো এনেকুৱা: চৰকাৰৰ খেতিয়কক সহায় কৰা বিধৰ কাম কৰা এবিধ ঠাল-ঠেঙালি আছে হেনো। মানে 'কিষি' বিভাগ। তাৰে চাঁকৰিয়াল কিছুমানে আমাৰ গাৱঁত এখন মেলা পাতিছিল। এই মেলাৰ নামো আচৰিত। কিব বোলে কিষাণ মেলা অৰ্থাৎ হালো-ৱাৰ মেলা। এই মেলা মুকলি কৰিবলৈ আহক আকৌ এক মন্ত্ৰী।

ৰৰ 'ক্ষেমাতা' থকা মন্ত্ৰী হেনো। মন্ত্ৰীজন হোনো বেছ লোদোৰ-পোদোৰ। ফৰিঙা মাষ্টৰে কোৱা শুনিছোঁ, মন্ত্ৰীৰ হেনো পেটৰ ঘেৰ যিমান বেছি, সিমানেই হেনো তেওঁৰ 'ক্ষেমাতা'। তেনে মন্ত্ৰীয়েই এইজন মন্ত্ৰী। নামটো পাহৰিলোঁ। মেলাৰ আয়োজনো আছিল বিৰাট। মন্ত্ৰীক আদৰিবলৈ কল পুলি পুতি আম পাত, জবা ফুল আদি আঁৰি দিয়াৰ সলনি এটা ওখ আৰু বহল বাট-চ'ৰা সজা হৈছিল—ডাঙৰ ডাঙৰ 'চতি-ফোকাম' লগাই। তাত হেঙুল-হাইতা-লেৰে কেবাটাও নক্সা আঁকি দিছিল, আমাৰ গোঁসাই ককাইদেৱেই। মন্ত্ৰীৰ বাট-চ'ৰাৰ এই নক্সা কেইখন চকুত পৰিছিল। পাচত তন্ন তন্নকৈ চাইছিলোঁ হেনো।

সভাৰ পাচত মন্ত্ৰীয়ে হেনো কৈছিল, হেজাৰৰ ভিতৰত এজনেহে এনে নক্সা আঁকিব পাৰে তিৰিয়ে পুৰুষে একে মতি হৈ 'কিৰিষি' কৰি ঘৰ নদন-বদন কৰা ভাবটো হেনো ওলাই পৰিছিল সেয়েহে মন্ত্ৰীয়ে পঞ্চায়তৰ সভাপতি ৰাৱণ মেধিক অঁকা মানুহজনৰ কথা সুধিলে। নামটো শুনাৰ পাচত মানুহজন চাবলৈ ইচ্ছা হল। আমাৰ গোঁসাই হাত-যোৰ কৰি 'পণিপাত' জনাই মন্ত্ৰীৰ ওচৰত থিয় হল। গোঁসাইক দেখি মন্ত্ৰী আচৰিত হল। ক'লে, 'অ' থানেশ্বৰ! তুমি ইয়াত? তোমাকনো মই মতাই আনিব লাগিছিল কিয়? নিজেইতো উপ-যাচি মোক মাতষাৰ দিব পাৰিলাহেঁতেন। এৰা, মই ঠিকেই ভাবি-ছিলো, এয়া পকা হাতৰ কাম। দেখিয়েই কিন্তু তোমালৈ মনত পৰিছিল।'

আমাৰ গোঁসায়ে তেতিয়া কৈছিল, 'কেনেকৈনো আহো? আপুনি পালিপৰিষদৰে সৈতে এতিয়াৰ ৰজা। মই হলো সাধাৰণ 'পৰ্জা'। দুখীয়া জাতত মুঠে। তাৰ এটাই জাত; সি দুখীয়া।'

মন্ত্ৰীয়ে গোঁসাইৰ কথাত কেনে ভাবিলে ওচৰৰ পালি-পৰিষদে তাৰ 'ইয়ত্তা' নেপালে। গোঁসাইৰ সৈতে মন্ত্ৰী একেখন জেলতে বিয়াল্লিশৰ সময়ত একেলগে থকাৰ কথা শুনি তেওঁলোক আচৰিত

হল। এই কথা জানি পাঁচদিনা আমাৰ গাৱঁৰ মানুহবোৰো আচৰিত হল। কাৰণ, গোঁসায়ে এই কথা ঘুণাক্ষৰেও উলিওৱা নাছিল। মন্ত্ৰীক কিন্তু ভেম থকা মানুহ যেন নেলাগিল. 'তোমাৰ সংসাৰ চাও আহা' বুলি গোঁসাইক মটৰ গাড়ীত তুলাই ললে। তেতিয়াৰ আগৰে পৰা গোঁসাইৰ দিন বেয়া চলিছিল। বাৰণ মেধিৰ মতে, গোঁসাইৰ ঘৰৰ নিচলা অৱস্থা দেখি মন্ত্ৰীৰ মনটো খন্তেকলৈ ভাৱৰীয়া হল। সহায় কৰাৰ ইচ্ছা এটা হল। কলে, 'থানেশ্বৰ, তুমিতো বেছ অঁকা মানুহ। এটা তোমাৰ নাম বৈ যোৱা কাম কৰা ৰাজধানীত এটা ডাঙৰ সভাঘৰ হৈছে। মানে গান্ধী ভৱন। শুনিছা চাগৈ। তাতে ৰাখিবলৈ বুজন চাই এখন কিবা আঁকা। মই তাত যাক য'ত ক'ব লাগে কম। পাঁচশমান টকা দিয়াৰ ব্যৱস্থা কৰা যাব।' এইবুলি কৈ ছবিখন কলৈ পঠাব লাগিব তাৰ ঠিকনাও দিলে। আচলতে মন্ত্ৰীৰ গোঁসাইক আওপকীয়াকৈ সহায় কৰিবৰ ইচ্ছা হল। মানুহটো কিজানি দুখত কাতৰ হোৱা বিধৰ আছিল।

গ'ল কথা গুচিল। দুমাহ নেৰা-নেপেৰাকৈ খাটি এখন সুন্দৰ ছবি আঁকি গোঁসায়ে গুৱাহাটীলৈ পঠালে। ডেৰ বছৰৰ আগতেই। কিন্তু আজিলৈকে পইচা পোৱাৰ নাম গোন্ধ নাই। অথচ লিখাৰ ওপৰত লিখা। ইয়াকে হেনো বোলে নিয়মৰ কটকটীয়া বান্ধ। বান্ধোতাবোৰৰ হেনো হাতহে আছে, 'হিদয়' নাই।

এইবোৰকে ভাবি থাকোতেই বকুলী নবৌ ওলালহি। ঠাইখন মছি মোৰ আগত কাঁহী এখনত দুটামান খিলা পিঠা আৰু বান বাটি এটাত ফিকা চাহ থ'লেহি। ক'লে, 'কিনো দিম? ইয়াকে খা।' পিঠাত কামোৰ মাৰি সুধিলোঁ, 'ছবি আঁকিবলৈ কোৱা মন্ত্ৰীজনৰ নামটো মনত আছেনে?' নবৌৱে কলে, 'ভুধৰ বৰুৱা।' নবৌৱে লগতে ক'লে এতিয়া হেনো সেইজন মন্ত্ৰী নাই, দিন উকলিল। মই ভাবি-চিন্তি কলোঁ, 'নবৌ, এতিয়া দিন-কাল বেলেগ

হল। নিজে গৈ নেলাগিলে কোনো 'আপিচত' একো কাম নহয়। পতিকে তুমিয়েই যাব লাগিব। মহো যাম। মই নিজে গলে নহ'ব। এনেয়ে হব বুলি কৈ পঠিয়াব। ভাবিব, ই কোন এলেকব পেলেক কুকুৰাচোৱাৰ ভাগিনীয়েক? তোমাৰ এনেকৈ জোৰকৈ ধৰি টকা আদায় কৰিবলৈ কি 'এক্‌তিয়াৰ' আছে? গতিকে তুমি যোৱা ভাল হব। কিজানি তোমাৰ মুখে মুখৰ কথা শুনি কাঠচিৰ্তিয়াইঁত কুমলি পৰেই।'

কথাটো বকুলী নবৌৰ মনত ধৰিলে। দুয়ো গোঁসাই ককাই-দেউৰ ওচৰলৈ আহিলোঁ। তিনিওৰে মাজত আলচ হল ককাইদেয়েও মোৰ কথাত হয়ভৰ দিলে। শেষত এইটোৱেই গৰমিল হল, মই আৰু নবৌ ৰাতি ফৰকাটিঙত ৰেলত উঠি পুৱা গুৱাহাটী পামগৈ। দিনটো ৰাজধানীত কামখিনি কৰি সেইদিনাই ৰাতি আঠটাৰ ৰেলত উঠি ৰাতিপুৱাবলৈ অলপ বাকী থাকোতেই আকৌ ফৰকাটিঙত নামিমহি। ফৰকাটিঙলৈ এই ভোখৰ বাট যোৱা-অহাৰ একো চিন্তা নাই। বজাৰ বাছ, মহাজনৰ বাছ আৰু 'টেনচ্‌পট'ৰ বাচ এইবোৰ চব ব্যৱস্থা আছে। এই মতে গলে গুৱাহাটীত দিনটোৰ কামখিনিও কৰা হব অথচ কতো ৰাতিও খপিহলগীয়া নহ'ব। খৰচ আঢৈ কুৰিৰ বেছি পৰিব। খৰচৰ হিচাপ কৰিয়েই মই বিমোৰত পৰিলোঁ। এনেতে নবৌৱে মাত লগালে, 'টকা যদি পাওঁৱেই তেনেহলে এই-খিনি খৰচ কৰিম। এপষৰ আগতে এপদ গহনা বেচিলোঁ। এতিয়া এশ আছে।' মোৰ কিবা লাগি গল। নবৌৰ ডিঙি উকা, হাত উকা, কাণ উকা। কপালৰ ফোঁটটোৱে মলিন অথচ ধুনীয়া মুখখন এতিয়াও তুলি ধৰি আছে কাৰণে, গহনা নিপিন্ধাটো চকুত পৰা নাছিল।

আকৌ আহিল এটা চিন্তা। গোঁসাই ককাইদেউক অকলে এৰি যোৱা ভাল হব জানো? বকুলী নবৌৱেনো কোন সজে এৰি যাব? কিন্তু নবৌৱে তাৰো ব্যৱস্থা কৰিলে। তাইৰ পেহীয়েকৰ ঘৰত খবৰ

দিলেই হল।– পেহীয়েকৰ শাহুৰেক বোধাই বুঢ়ী আৰু নন্দেক জানকী থাকিবহি। এবাৰ ইহঁত দুজনীক ঘৰত থৈয়েই বকুলী বহু-পথাৰৰ মাহীয়েকৰ ঘৰলৈ ধাৰ বিচাৰি গৈছিল।

ৰাতি তাতে কটালোঁ। পেহীয়েকৰ ঘৰলৈ খবৰ দিয়া হল। বোধাই বুঢ়ী আৰু জানকী পাচদিনা দুপৰতে ওলালহি। আমি বিয়লি ফৰকাটিঙত ৰেল ধৰিবলৈ বুলি ওলালোঁ। ৰেল-মটৰত কষ্ট, টোপনি খতিৰ কষ্ট আৰু গুৱাহাটীত নামি দিছপুৰৰ ৰাজধানী ওলোৱাৰ কষ্ট এতিয়া মনত পেলাবলৈকো ইচ্ছা যোৱা নাই। আৰু ৰাজ-ধানী যে কি বস্তু! ইটো এখন সুকীয়া 'পিথৱী'। যোৱা গৈছে, অহা আহছে। কাৰো আনলৈ চোৱাৰ সময় নাই। বৰ বৰ কেৰা-টাও নামঘৰৰ সমান একো একোটা বিৰাট বিৰাট ঘৰ। তেনেকুৱা ঘৰেই এখন পথাৰৰ সমান ঠাই জুৰি আছে। কোনো কোনো ঘৰৰ বহুল কোঠাত মেজৰ নথা-পত্ৰৰ মাজত সোমাই আছে হুযেক ৰকমৰ বাবুবোৰ। একো একোটা ঘৰত আকৌ মৌ বাঁহৰ দৰে সৰু সৰু কোঠা। কোনটো ঘৰলৈ যাব লাগে তাৰ উৱাদিহ পোৱা নাই। বাৰকৈ জেপত কাগজ এখন আছিল। গোঁসাই ককাইদেৱে ঠিকনাটো লিখি দিছিল। তাকে এজনক দেখুৱালো। তেওঁ কিবা এটা 'আপিচ'ৰ 'ডিপুটি চিকেত্তৰী'ৰ কথা কলে। মানুহজন নিশ্চয় ভাল। নিজে অলপ দূৰ আমাৰ লগত আহি ঘৰটো দেখুৱাই দিলে।

সেইটো ঘৰত সোমালোঁ। অকৌ কাগজখন দেখুৱালো। মনপুতি নথিপত্ৰ চাই থকা মানুহ এটাই কোঠা এটা দেখুৱাই দিলে। ভাবি ললোঁ এইটোৱেই সেই 'ডিপুটি চিকেত্তৰী'ৰ কোঠা। অলপ সেহা বেঙা লগাই আমি সোমাই 'পৰ্ণাম' কৰিলো। তেওঁ চছমাযোৰ খুলি মেজৰ ওপৰত থৈ হুটা মাতেৰে কলে, কি লাগে?' মই কলো, 'ছাৰ আমি বৰ আতুৰত পৰি আহিছোঁ। বহুত দূৰৰ পৰা। এয়া, ছাৰ, মোৰ নবৌ। গিৰিয়েকৰ, ছাৰ, যোৱা-খোৱা অৱস্থা।,

তেওঁ আৰু শুনিবলৈ নিবিচাৰিলে। আকৌ একেদৰে কলে, 'মই কি কৰিব লাগে?' এইবুলি কৈ চছমাযোৰ পিন্ধি এখিলা কাকতত চকু ফুৰাই গ'ল।

এইবাৰ নবৌয়ে ক'লে, 'আমাৰ তেখেত থানেশ্বৰ গোস্বামী। মন্ত্ৰীয়ে ছবি আঁকিবলৈ দিছিল আপোনালোকৰ ইয়াৰ ঘৰ এটাত আঁৰিবলৈ। এতিয়া অৱশ্যে তেখেত মন্ত্ৰী নহয়। ভেৰ বছৰৰ আগতেই ছবি পঠালে। টকা বিচাৰি বহুত লিখা লিখিও কৰিলে। এতিয়াও একো পোৱা নাই। গতিকে মই নিজেই আহিলোঁ। ছাৰ, যদি অলপ দয়া কৰে............'

মানুহজনৰ আগৰ হুটা মাতটো এইবাৰ সলনি হ'ল। চছমাৰ ঠাৰি-ভালেৰে কাণ খজুৱাই খজুৱাই কলে, 'কোন মন্ত্ৰী? নবৌয়ে নামটো কোৱাত তেওঁ আকৌ কলে, 'অ' বুজিলো! সেইখন ছবি। বুইছা, তাৰ এটা লেঠা লাগি আছে। ছবিৰ কিমান দাম হব পাৰে তাৰ নিৰিখটো আমি বান্ধি দিব নোৱাৰোঁ। ইয়াৰ বহুতো নিয়ম কাৰণ আছে। সেই কাৰণে ছবিখন এতিয়াও লগাব পৰা নাই। নিৰিখ বন্ধাটো আমাৰ কাম নহয়. পি-ডব্লিউ-ডিলৈ পঠিওৱা এবছৰেই হল। তেওঁলোকে জনালেই আমি ছবিও আঁৰিম, টকাও দিম। আহিলা যেতিয়া তাতেই খবৰ কৰাগৈ।"

এই বুলি কৈ তেওঁ মেজৰ এচুকত টিপা এটা মাৰিলে। বেল বাজিল। পিয়ন এটা হাজিৰ হলহি। আমি কলৈ যাব লাগে তাকে তাক বুজাই দি আমাক তালৈ লৈ যাবলৈ ক'লে। আমি আকৌ 'পৰ্ণাম' জনাই ওলাই আহি পিয়নটোৰ পিচ ল'লোঁ। মই ভাবি পালো, এই চাহাবজনে আচল কথাটো কোৱা নাই। কিবা ভুল কৰিছে। মই জানো, পি-ডাব্লিউ-ডি মানে গড়কাপ্তানি বিভাগ। ইয়াৰ কাম হল, আলি বনোৱা, দলং বনোৱা আৰু ঘৰ সজা। ছবি এটা সুকীয়া বস্তু। ই 'বিদয়'ৰ ৰঙেৰে আৰু মনৰ চকুৰে আঁকা বস্তু। ইয়াৰ লগত এই ফিটা হাতত লৈ ঘূৰি ফুৰা আৰু

ঠিকাদাৰৰ মুৰৰ ওপৰত কঠাল ভাঙি খোৱাবোৰৰ কি কাৰবাৰ থাকিব পাৰে? ই কি নোহোৱা নোপোজা কথা? তথাপি পিয়নটোৰ পিচে পিচে গৈ আছোঁ।

শেহত চাৰিটামান ডাঙৰ ঘৰ এৰি এনে এটা ঘৰকে পালোগৈ। ফলিখন পঢ়ি চালোঁ। ইংৰাজী আখৰ এলানিৰ তলত লেখা আছে —অসম সচিবালয়, গড়কাপ্তানি বিভাগ। এটা আহল-বহল কোঠাত সোমালোগৈ। তাত ভালেমান মানুহে চকী একোখনত বহি নথিপত্ৰ পঢ়িছে আৰু লিখিছে। মই অনুমান কৰিলো এইবোৰ চাহাব নহয়; বাবুহে। কেৰাণী বাবু। পিয়নটোৱে এটা কাণত নোম গজা কাটাৰী-নেলীয়া মানুহৰ ওচৰত থিয় কৰালেগৈ। আমি এইবাৰ অকণো সংকোচ নকৰাকৈ কথাবোৰ কৈ গলোঁ। এইটো মানুহক সিমান বেয়া যেন নেলাগিল। সি আমাক বহিবলৈকো দিলে। সি আমাৰ কথা শুনি বাওহাতেৰে মুৰ খজুৱালে আৰু সোঁহাতৰ অঙুলি এটা জাপ খোৱা ওঁঠ দুখনৰ ওপৰত ৰাখিলে। তাৰ মানে হব পাৰে; সি কথাটো মনত পেলাবলৈ চালে নতুবা কিবা এটা ভাবিলে। তাৰ পাচত আমাৰ ফালে চাই আন এটা মানুহকহে মতিলে: এহচান! এহচান নামৰ থুতৰিৰ তলত তোতোলা ওলমা মানুহটো আমাৰ ওচৰলৈকে আহিল। সিহঁতৰ মাজত 'অপিচৰ' কথাৰ আলচ হল। এহচানে এইবাৰ নিজৰ মেজখনলৈ গৈ নথিপত্ৰৰ দমৰ মাজৰ পৰা ৰঙা ফিটাৰে মেৰিওৱা কাগজৰ জাপ এটা লৈ আহি কটাৰী-নেলীয়া নানুহটোৰ ওচৰত থৈ আকৌ আগৰ ঠাইত বহিলগৈ। এনে ফিটাৰে মেৰিওৱা কাগজৰ খিলাবোৰকে হেনো ফাইল বোলে। এহচানে অনা ফাইলটো মানুহজনে দুবাৰমান লুটিয়াই পুতিয়াই চাই পহিলা কাগজখন পঢ়ি গল। তাৰ পাচত পঢ়া এৰি এবাৰ এনেয়ে ওপৰলৈ চালে। মানুহটোক হঠাতে বৰ গহীন যেন দেখা গল। এইবাৰ মোৰ ফালে চকু ঘুৰালে আৰু কলে, আমাৰ কাম হৈয়ে আছে। আমি এখন কাগজ দিলেই হৈ যাব। কিন্তু তোমালোক

ইয়াকে খৰৰ কৰিবলৈ ইমান দূৰৈৰ পৰা আহিছা? যেন মটৰৰ অহা-যোৱা খৰচেই দেখোন পোৱা টকাৰ তিনি গুণ হব।"

মই কথাটোৰ মানে কি বুজিবলৈ চেষ্টা কৰিলোঁ। এটা সন্দেহ হল। গাটো চেৰাই গল। কিন্তু পোনতে লগ পোৱা চাহাবজনৰ কথাটো সঁচা হোৱা দেখিহে আচৰিত লাগিল। তেনেহলে গড়-কাপ্তানি বিভাগে চৰি চোৱা-মেলাৰ কামো কৰে!

মই সুধিলোঁ, 'ছবিখন, ছাৰ?'

মানুহটোৱে কলে, 'ছবি ঠিক সময়ত ঠিক জেগাকৈকে যাব। সেইটো আমাৰ কথা। মুঠতে তোমালোকে টকা কেইটা পালেই হল। নহয় জানো?'

এইবাৰ মোৰ খু-দুৱনি আৰু বাঢ়িল। সুধিলোঁ। 'কিমান পাম ছাৰ?'

মানুহটোৱে খিতাতে সমিধান নিদিলে। কাগজখন আকৌ পঢ়িলে। শেষত গহীনাই কলে, 'এয়া ইঞ্জিনীয়াৰে পঠিওৱা কাগজেই। চোৱা-চিতা কৰি এইটো হিচাপেই দিছে। তেইশ টকা ছত্রিশ পইচা।'

'ইমান কম?'—মোৰ আৰু নবৌৰ মুখৰ পৰা কথাষাৰ একে লগে ওলাই পৰিল। মই ডাঙৰ ডাঙৰকৈ সুধিলোঁ। ইমান কম কেনেকৈ হল? অঁকা মানুহটো কিবা মাটি কটা কুলিনে কি? তেওঁতো গুণী পুৰুষ। কেনেকৈ এইখিনি টকা হিচাপ কৰি উলিয়ালে?'

মানুহটোৱে ঠাণ্ডা সুৰেৰেই কলে, 'সেইবোৰ মোৰ কাম নাছিল। ইঞ্জিনীয়াৰৰ কাম। মই কেৱল ইয়াৰ ওপৰতহে লিখিব পাৰোঁ। এয়া চোৱা হিচাপ দিছে ৰং, বন্ধোৱাৰ খৰচ, কাঠৰ খৰচ, কাপোৰৰ খৰচ আদি মিলাই তেইশ টকা ছত্রিশ পইচা। ইয়াত মোৰ-তোমাৰ মাত নাই।'

কথাষাৰ শুনি মোৰ মুৰত বিনা মেঘে 'বজ্ৰপাত' হল। ইফালে দেখিলোঁ, বকুলী নবৌয়ে হাত দুখনেৰে মুখখন ঢাকি পেলাইছে। আৰু এই নিদাৰুণ ঠাইত আমি যে মাত মতাৰ সকাম নাই! আমি এৰাবো ত-বাম-উত্তম-অধম নেমাতি ওলাই আহিলোঁ।

বাহিৰত তেতিয়া জুইৰ আগনি যেন ৰ'দ। খোজ নচলেহে নচলে। দেহ-মনৰ সাৰসুৰ নোহোৱা অৱস্থা। ছুটামান ঘৰ পাৰ হৈ এখন ঘাঁহনি পাঁলো। ঘাঁহনিৰ ওপৰতে নবৌ লেপেতা খাই বহিল। ইমান ৰ'দৰ মাজতো পাথৰৰ মূৰ্ত্তিৰ দৰে ওপৰলৈ চাই থাকিল। মই চাই দেখিলোঁ, নবৌৰ চকু সেমেকা নাই। মুখখন কঠুৱা হৈ পৰিছে। দুখে যেন চকুৰ সকলো পানী শুকুৱাই নিলে; মুখৰ কোমল কোমল আঁহ-পাঁহবোৰ যেন হৰি নিলে। মোৰ ভাব হ'ল, এই মাত্ৰ যেন নবৌৰ কপালৰ ফোঁটটো এটা ফুল হৈ তললৈ সৰি পৰিল। এৰা, মইতো অমূলক চিন্তা কৰা নাছিলো? যিখিনি টকা পোৱা হলে মানুহজনী সধবা হোৱাৰ আশা থাকিলহেঁতেন, সেইখিনি আশা এতিয়া, ঠিক এই মাত্ৰ চুৰমাৰ হৈ গ'ল।

কিন্তু কপালৰ বশ মানিবলৈ মোৰ বৰ টান লাগিল। মোৰ মগজুত নতুন 'বুধি'য়ে খোপনি পুটিলে। কাৰণ, মোৰ ভাব হ'ল, এই 'পিথীবী'ত বহুত অদৰ্কাৰী মানুহ জীয়াই আছে, তাকো বহুত ভালকৈ জীয়াই আছে। এই চাহাবসোপা কেৰাণী সোপাৰ দৰেই। পিচে পট-অঁকা গোঁসাইৰ দৰে মানুহহে জীয়াই থাকিব লাগে। বকুলী নবৌৰহে মৰম-চেনেহবোৰ জীপ ধৰি উঠা উচিত! সেয়েহে নবৌক কলোঁ 'নবৌ আমি কিবা পৰি মৰা মানুহ নে? গোঁসাই ককাইদেউক চিকিৎসা কৰামেই, জৰুৰ কৰাম। এই কুকুৰ ধূলি সোপাক খাতিৰ কৰা কি লাভ?'

ইমানখিনিলৈকে শুনি নবৌয়ে কিবা আশা দেখিলে হবলা। বহাৰ পৰা উঠিল। গছ এজোপাৰ ছাঁলৈ আহিল। কপালত পৰা আউল-বাউল চুলিবোৰ সাথন লগাই ললে। মোলৈ অতি ভাৰসা কৰি চাই ৰল। মই কলো, 'এই পষতে -মোৰ মৰগীয়া বানচখিনি পোৱাৰ কথা। ন শ টকা। পাচত হেনো আৰু আঢ়ৈশ পোৱাৰ কথা। মোৰনো খায় কোনে? সিদিনা বিয়া কৰালোহে। গোটেই

জীৱনটো পৰি আছে। হৈ যাব, চব হৈ যাব। ইয়াতে উত্তম চাই ডাক্তৰৰ হতুৱাই গোঁসাই ককাইদেউৰ পেটৰ ফলা-ছিৰা কৰোৱামহি।

কথাখিনি মই অন্তৰৰ পৰাই কৈছোঁ। বুলি নবৌৰ বিশ্বাস হল কিজানি। মুখখনলৈ চালো। ধুনীয়া মুখখনৰ আঁহ-পাহেবোৰ আকৌ কোমল কোমল হৈ পৰিল। কিন্তু হঠাতে যে আকৌ নবৌ কি হৈ পৰিল! চকুৰ পানী ধাৰা যাব। আৰু ফেকুৰিছেও সৰু ছোৱালী-জনীৰ দৰে।

ওচৰৰ মানুহবোৰে দেখে বুলি চকু পানী লুকুৱাবলৈ আৰু কোনো-বাই শুনে বুলি উচুপনি বন্ধ কৰিবলৈ বকুলী নবৌক ক'ব নোৱা-ৰিলোঁ। মাথোন কলো, তিনিটামান বাজিলেই কিজানি। আহা আমি ইয়াৰ পৰা বাজ হওঁ। ৰাতিহে ৰেলত উঠিম। এতিয়া এঠাইত দোকানে-চোকানে বহোগৈ।'

মই আগেয়ে অহা বাটেদি খোজ দিলো। বকুলী নবৌয়ে একো ওঁ-আঁ নকৰি মোৰ পিচে পিচে হেলাই-হেকাই আহি থাকিল।

ৰচনা: চেপ্টেম্বৰ, ১৯৭৭

# নবেতাস্ত্ৰৰ সাধু

আগতে ইয়াৰ্লৈ জীপ গাড়ী, ফাষ্ট কিলাচ গাড়ী নেলাগে দেছুৱালীৰ এটা ঘোঁৰাই টনা গাড়ীও আহিছিলনে নাই সন্দেহ। এতিয়া জীপেই জীপ, ফাষ্ট কিলাচেই ফাষ্ট কিলাচ। যোৱা পাঁচ বছৰ ধৰি মাছ-কাচ নথকা মৰিবিল যেন হৈ পৰি থকা গাওঁবোৰৰ ঠেক ওখোৰা মোখোৰা আলিবোৰ কঁপাই, ধুলি উৰুৱাই পেঁ-পোঁ-পিঁ-পিঁ ধ-ধ-ধ-ধকৈ তহল দি ফুৰা গাড়ীবোৰৰ পেটত কাহানিও গাত ব'দ নপৰা, ধুলি মাকটি নলগা ফুল বাবুবোৰে—উকীল, মুক্তিয়াৰ, পৰ্পেচৰ মহাজন, পালি নেতা, বৰনেতাবোৰে—গাওঁবোৰ উঠুলি-মুথুলি কৰিছে। যেন আগৰ কালৰ বিয়া-সবাহৰহে পয়োভৰ! এতিয়া নিছলা গাৱঁলীয়াবোৰে আলাসত চাং পাতি তাৰ ওপৰত বেধুম নাচিছে। কিজানি পুতলা নাচহে। এনেকৈ যোৱা ডেৰকুৰি বছৰে মাজে মাজে নাচি আহিছে। কিন্তু কিনো ফুটুকাৰ ফেনটো পাইছে?

বুইছানে, ভকতৰাম, কথা 'গুৰুত্ত'। তং কৰি চাইছানে? এয়া হ'ল—আমাৰ পৰা এজাৰফুলীয়া ৰঙৰ যোগ চিনৰ ছাবলৈ বৰনেতা হোৱাৰ তালিভালি। 'অথাত' ভোট-পৰ্ব। আমাৰ খৰভীয়া বাপুৱে কয়,—তমোময় ইলিক্চন বুলি। খৰভীয়া বাপুৰহে মুখৰপৰা ওলোৱা একো একোটা শব্দৰ কি জোৰ! বাপুৱে সিদিনা কি ক'লে জানা ভকতৰাম? বোলে, এইখন হেনো দৈত্য-দানবৰ যুঁজ নহয়, দৰ-দাম কৰাৰ যুজহে। মই হ'লে কথাটো বুজিব পৰা নাই। তুমি বুজিছানে, ভকতৰাম? নিজৰ নামৰ বিপৰীতে থকা ছবিত, মানে ভোটৰ কাকতৰ ছবিত, ছাব মাৰিবলৈ কোৱা মানুহবোৰৰ যে বক্তৃতাৰ

কি বহুণ! সিদিনা বুঢ়া উকীল বিপিন কলিতাই সভাত ক'লেহি, "মই বিপিন কলিতা; এম-এ, বি-এল। আৰু আমাৰ ইয়াত ভোট বিচৰাজন হ'ল শুকদেউ দত্ত; বি-এ, এল-এল-বি। শিক্ষাত দেখোন মোতকৈ এটা আখৰ বেছিহে। ......"

এইটোনো বাৰু কথাৰ কথা হ'লনে, ভকতৰাম? কতই যে কত ধৰনৰ মোট সলাইছে! এবা, এই ফাগুনত আমাৰ আটাইৰে মোট সলোৱাৰ পাল। কাৰ কথা ক'ম, কোনে পতিয়াব; যাৰ কথা কম সিয়ে লঠিয়াব। তথাপি, ভকতৰাম, শুনিব খুজিছা যদি আমাৰ দণ্ডাইৰ, মানে দণ্ড মাষ্টৰৰ, কথাকে শুনা। তুমিতো জানাই, মই দণ্ডাইৰ পুব সীমাত থকা ওচৰচুবুৰীয়া এই কেইদিন দণ্ডাইৰ ঘৰলৈ মটৰ গাড়ীৰ পেঁ-পেঁ-ভোঁ-ভোঁবোৰ শুনি আৰু বাবেৰহনীয়া ফুচুলুৱা কথাবোৰ শুনিও কাণ ঘোগোলা হৈছে। আগতেও ভোটৰ দিন আহিছিল, আগতেও জীপ গাড়ী, ফাষ্ট কিলাচ গাড়ীৰ ধুলিয়ে গাৱঁৰ সেউজীয়া বৰণ ধোঁৱা-ধোঁৱা কৰিছিল। কিন্তু এবাৰো দণ্ডাইৰ ঘৰলৈ ভোট বিচৰা মানুহ এনেকৈ অহা নাছিল। কিন্তু এইবাৰ আহিছে, খুউব আহিছে। কাৰণটো কি উমান পাইছানে, ভকতৰাম? অলপ ভাবি চালেই উৰহী গছৰ ওৰ পাবা। আজি তিনি মাহৰ আগলৈকে দণ্ড মাষ্টৰে ল'ৰা-ছোৱালীক মাটি—কালিৰ অংক শিকাইছিল আৰু, কিবা বোলে, 'বিভইক্তি', বিশেষণ, 'বিশেইচ্য' বুজাই মাহ তৰা টকা কেইটাৰে ঘৰখন পোহাত বাদে, বেলি পূবে ওলাইছেনে 'পচিমে' ওলাইছে খবৰ কৰা নাছিল। পিছে ভোলাই খাটনিয়াৰে পুহত পেঞ্চন পোৱাৰ পাছত সেই আমাৰ দণ্ডাই 'হেট' মাষ্টৰ হ'ল, তেতিয়াৰ পৰা তাক পায় কোনে? কথা বদলিল, পোছাক বদলিল, চেহেৰাও বদলিল। আমাৰ চম্পাগুৰি মৌজাটোৰে লেখতলবলগীয়া মানুহ হৈ পৰিল। সন্মান বাঢ়িল। মৌজাৰ মানুহৰ মাজত তাৰ কথা বজা হ'ল। 'হেট' মাষ্টৰ কম বাব নহয় দেই। আগৰ দিনৰ অধিকাৰ 'পভুঁসকল'ৰ দৰেই। সেই কাণেই দণ্ডাইক ভৰসা কৰা মানুহ বহুত।

পোনতে ওলাওকহি আকৌ আমাৰ শুকদেউ। কোন শুকদেউ বুজি পাইছানে, ভকতৰাম? সেই যে তাহানি নিজে নিজে জেলত পৰাৰ সুবিধা দিছিল,—কিবা বোলেনে, চহীদ হ'বলৈ? পাছত যে এবাৰ মন্ত্ৰী হৈয়ো কোহোনাৰে ধন চপাইছিল? নিজ পেট—সেৱা কৰি যে গোনা ম'হৰ দৰে চেহেৰা কৰিছিল? সেই শুকদেউৰে ফজিৰতে দণ্ড মাষ্টৰৰ ঘৰত 'আবিভাব'। যেন সৰগৰ দেৱতাৰ অভিশাপৰ বলত মৰতলৈ নমাৰ 'দিষ্টান্ত'! দণ্ডাইৰ পদুলিৰ আগত এখন জীপ আৰু এখন কপৌৰঙীয়া ফাষ্ট কিলাচ। জীপত বহি আছে গুফীয়া গুফীয়া 'সেংঘাটিক' চেহেৰাৰ মানুহ কেইটামান। সিহঁতৰ হাতত ৰঙবিৰঙৰ কাকত, ভোট বিচাৰি প্ৰাৰ্থনা কৰা কাকত। ফাষ্ট কিলাচত আহিছিল শুকদেউ নিজে আৰু লোদোৰ-পোদোৰ চেহেৰাৰ মাইকী মানুহ এজনীও। তাইৰ ৰংসনা ওঁঠত আকৌ উদাৰ উদাৰ ভাব বিৰিঙিওৱা মিচিকনি। ধেমেনা কৰ্কালৰে মানুহজনী বেচ 'হিষ্ট-পিষ্ট' যদিও দেখাত বেচ ফেঞ্চি দেই। কৈহোৰামৰ ঘৰত থকা সেই কেলেণ্ডাৰৰ মাইকীজনীৰ দৰেই। সিহঁত নামি আহোতে দণ্ডায়ে 'পৰ্ণাম' কৰিবলৈ নেপালেই, সিহঁতেহে আগতেই 'পৰ্ণাম' কৰিলে। যেন বিনয়ৰ অৱতাৰহে! দণ্ডায়ে সিহঁতক আথেবেথে বহিবলৈ দিলে। মতা-মাইকীহাল ফটোত উঠিবলৈ বহা মানুহৰদৰে বহিল পোনতে বিনয়ৰ সোতমোচ মুখা পিন্ধি তাহানিৰ মন্ত্ৰী শুকদেৱেই মাত লগালে, "দণ্ড, বুজিছাই নহয়? চম্পাগুৰিৰ পোনতে তোমাৰ তালৈকে আহিলোঁ। তোমাৰ কাৰণে আমাৰ চিন্তা নাই। আহিছোঁ, আন এটা কাৰণত। তোমাৰ এতিয়া বেচ নাম হৈছে। মানুহৰ মাজত বেচ সৰৱৰহী হৈ পৰিছা। গতিকে মানুহখিনিক ঘূৰাবা। সিপক্ষই যাতে চল নেপায়।"

ইয়াকে শুনি সৰৱৰহী (মানে কি বাৰু ভকতৰাম?) দণ্ডায়ে ভকতিত গদ গদ হোৱাৰ ভাব দেখুৱাই, তিনিমাহ কাল 'হেট' মাষ্টৰ হৈ চতুৰ হোৱাৰ 'পৰ্মাণ' জাৰি কৰি ক'লে, "আপুনি কিয় চিন্তা কৰিছে, চাৰ? আপুনি নিজেনো কিয় আহিব লাগিছিল? আমি

সকলোৱেই আগতেই ঠিক কৰি থৈছোঁ। আপোনাত বাদেনো ৰাজধানীত সলসলীয়াকৈ কথা কোৱা মানুহ আৰু কোন আছে?"

এনে কথা শুনি জানো ৰাজ কাজৰ ধান্দাত থাকি ডাঢ়ি-চুলি পকোৱা শুকদেউ ভোল গ'ল? কি কোৱা ভকতৰাম?... অঁ, অঁ, স্বৰূপ কথাই কৈছা। শুকদেউ সহজে ভোল যোৱা ভকত নহয়। দগুাই যদি খালৰ চেঙেলী, আমাৰ শুকদেউ বুঢ়া সাত ঘাটৰ সৈয়া ডেঙঁ ওঁঠত ৰংসনা অপেচৰীজনলৈ অলপ পৰ চাই থাকিল। অপে-চৰী আইদেউকো খোলোচা মনত দেখা নগ'ল। সেয়েহে শুকদেৱে ক'লে, "মই জানো তুমি মোৰ হৈয়ে খাটিবা। পিছে এটা কথা। তোমাৰ অলপ খৰচ হ'ব। গতিকে এতিয়াই দি যাওঁ। এহেজাৰে হ'বনে?"

কোন সময়ত মনে মনে থাকিব লাগে এই কথা দগুায়ে ভালকৈ জানে। সি একো নমতা দেখি শুকদেৱে বাওঁ হাতত দহখন এশ-টকীয়া 'লোট' ৰাখি সো হাতেৰে হলৌ চোলাটোৰ বুকু জেপৰপৰা আৰু পাঁচখন তেনেকুৱা 'লোট' উলিয়াই, আটাইকেইখন একেলগ কৰি মুঠাটো ফেঞ্চি ফেঞ্চি দেখা মানুহজনীক দিলে আৰু ক'লে, "অনু, তুমিয়েই দিয়াচোন। তোমাৰ লখী (লক্ষ্মী) হাত। তোমাৰ হাতেৰেই লেন-দেন হোৱা ভাল।"

অনুৱে টকাখিনি দগুক দিলে। দগুই নলওঁ-নথওঁ ভাব এটা দেখুৱাই টকাখিনি ল'লে আৰু ক'লে, "কিয়নো দিব লাগিছিল? মই ক'লে কিবা ডেকাইঁতে নেখাটিবনে?"

এনেতে অনুৱে মাত লগালে, "তথাপি অলপ খৰচ কৰিবলৈ পালে ডেকাইঁতৰ ভাল লাগিব।"

"আমি আৰু নৰওঁ। এতিয়া যাব লাগিব হাতীগড়লৈ, চিলা-পুৰলৈ, এফলীয়াবাড়িলৈ আৰু একেবাৰে শেষত লাচিমপুখুৰীলৈ।" এই বুলি কৈ লগতে কাবোবাৰ বিপক্ষে ৰকতিতা (বক্তৃতা) এটাও মাৰিলে। তাৰ পাছত শুকদেউ কাষ্ট ফিলাচত উঠিল। অনু নামৰ

অপেচৰীজনী কাষতে বহিলগৈ। গাড়ী চলোৱা সময়ত দণ্ডই হাতযোৰ কৰি থাকিল। পাচত সি ঘৰত সোমাই শহাকনীয়াকৈ ক'লে। দুয়োখন গাড়ীৰ শব্দ কমাৰ পাছত সি ভিতৰলৈ চিঞৰিলে, "শুনিছনে সুৱাগীৰ মাক?"

সুৱাগীৰ মাক থিতাতে হাজিৰ হ'লহি। কিজানি তায়ো কথা-বোৰ শুনি আছিল। দণ্ডায়ে টকাখিনি তাইৰ হাতত দি ক'লে, "এইখিনি বান্ধি-কুন্ধি পেৰাৰ এচুকত কোনেও গম নোপোৱাকৈ থৈ দেগৈ। এখন নোটো নভঙাবি; আনকি সুৱাগীয়ে চোলা এটা লাগে বুলি পেনপেননি ধৰিলেও বুজিলি? মোৰ হলে নোট কেই-খন হাতত লওঁতেই বুকুখন ধান বনাদি বানিছিল। এতিয়াও ভাবি অন্ত পোৱা নাই,— এইবোৰ পাপৰ ধননে, শুকদেৱে পৰাচিত হোৱা ধন। ইয়াৰে কি কৰোঁ ক'ব পৰা নাই।"

সুৱাগীৰ মাকৰ মুখৰ মাত হৰিল। তাইৰ চকুহাল অমৰাগুটীয়া হল। তাই যে কাহানিও ইমানখিনি ধন একেলগে দেখা নাছিল।

কিহৰ তপইচা (তপস্যা) কৰিছা, ভকতৰাম? দণ্ডাইলৈ বোধনে, শুকদেউলৈ? আগতে গোটেইবোৰ কথা শুনি লোৱা। এতিয়া বিবেকক মাটি কৰি থোৱা। ভোটে দেখুওৱা নাচ, ভূতৰ নাচৰ দৰেই; তাল নাই, লয় নাই,—আপচু।

তুপৰ নহ'লেই। আহিল আৰু এটা ভোটৰ দল। পহিলাতে কোনোবা এটা মানুহক জিন্দাবাদ দি লৰী এখন পাৰ হৈ গ'ল। তাৰ পাচত এখন জীপ গাড়ী দণ্ডাইৰ পদূলিত ব'লহি। দণ্ডাইৰ কাণ দুখনো কম নহয় দেই। এনজিনৰ (ইঞ্জিনৰ) আৱাজ শুনি-য়েই কোনখন লৰী, কোনখন ফাষ্ট কিলাচ, কোনখন জীপ গাড়ী, তাৰ বুজ পায়। গতিকে আন দল এটাই বিপাণ্ডত পেলাব বুলি ভাবি সি শোৱনি ঘৰত সোমাল আৰু বেজীবে আঠুৱাৰ ফুটা ৰাটি থকা সুৱাগীৰ মাক বহেচৰীক কলে, "শুনিলিনে সুৱাগীৰ মাক? আন কোনোবা আহিছে কিজানি। মই কি সাহেবে আনৰ আগত

খিয় হ'মগৈ? মই বিকা গলোঁ—মাত্ত (মাত্র) এনুবা লোটত। তয়ে যা, নহয় সুবাগীক ক—মই ঘৰত নাই বুলি কবলৈ।"

এই কথা শুনি ৰহেচৰীৰ বোধহয় ঘৰৰ মানুহটোলৈ ভাল ভাৱ নহ'ল। বেঙীটোৰ মূৰটোৰ পৰা চকুহাল ঘুৰাই দণ্ডলৈ চাই ক'লে, "খিতাতে ইমান সক হৈ পৰিব বুলি ভবা নাছিলোঁ। এটা মানুহে এটাকহে ভোট দিব পাৰে! ইয়াকোনো নকয় কিয়? পাচত ঘৰত আছিল বুলি যদি সিইঁতৰ কোনোবাই গম পায়, অতি লাজৰ কথা নহবনে?" তথাপি ঘৈণীয়েকৰ কথাত দণ্ডাইৰ মন ফৰকাল নহ'ল। সি কলে, "তই কি বুজিবি, সুবাগীৰ মাক? লেখা বহুত। মই এতিয়ালৈকে চাবেক হেট্ মাষ্টৰ হোৱা নাই। ভাৰখনহে লৈ আছোঁ। এনে সময়ত সকলোৰে লগত ভালকৈ চন্তালি চলা দৰ্কাৰ। কোনো-বাটোৱে খেমাতা (ক্ষমতা) পাই একে কোবে খতম কৰি দিব পাৰে।"

ইয়াকে কৈ সি বাহিৰলৈ ওলাই আহি চ'ৰাঘৰতে ফটিক শইকীয়াক দেখা পালে। কান্ধৰ গামোচাখনৰে চকী এখনৰ ধূলি আঁতৰাই দণ্ডায়ে তেওঁক বহিবলৈ দি কলে, "বহক চাৰ, মই আকৌ বাৰীত কাম কৰি আছিলো।"

ফটিক শইকীয়া চকীখনত আৰমেৰে বহিল। ফাগুনৰ গোমা বতৰটোতে তেওঁৰ বহল ঔটেঙা বখলীয়া মুখখনত ঘাম। বিয়াগোম শৰীৰৰ মানুহটোক ভাগৰুৱা যেন দেখা গ'ল। কানৰ ওচৰৰ চুটি চুটি পকা চুলিকেইডালতো ঘাম বিৰিঙিল। দণ্ডাইৰ মনত পৰিল, খৰভীয়া বাপুৱে কোৱা কথা এষাৰ। এনেকুৱা তিনি কুৰি বছৰৰ ওচৰ চপা তেল ফাঁটি যাওঁ ফাঁটি যাওঁ হোৱা মানুহবোৰৰ হেনো ভিতৰি ভিতৰি বহুত বেমাৰ এজাৰ। কিবা বোলেনে, বহুমূত্ৰৰ, বুকু বন্ধ হব খোজা ৰোগ, তেজৰ চাপ আদি। অথচ খেমতা পাবলৈ যে কিমান আকল! ফঁটিক শইকীয়াক দেখি দণ্ডাই মাষ্টৰৰ দয়াহে

হ'ল। অথচ ফঁটিক শইকীয়া মানেই চৰকাৰ। তেওঁৰ এষাৰ কথাই কাবোবাক টিংখোপত তুলিব পাৰে। সেয়েহে দণ্ডায়ে চুলি খজুৱাই খজুৱাই নিজুভাৱে ফটিক শইকীয়াৰ কাষতে থিয় দি ৰ'ল। থিতাতে ফটিক শইকীয়াৰ গলগলীয়া মাতটোৱে চৰাঘৰটো চানি পেলালে। ক'লে, "দণ্ড, বুজিছাই নহয়, আকৌ পাল পৰিল। ভাবিছিলোঁ, এইবোৰবাদ দি জিৰনি লৈ অলপ ধৰ্ম্ম-কৰ্ম্ম কৰোঁ। পিছে ৰাইজে বেহাই নিদিলে। এৰা, ৰাইজৰ হৈয়ে যদি নেখাটোঁ, অকলে পুইন আৰ্জিলে কি লাভ?" দণ্ডায়ে এইবাৰ ডিভি খজুৱাই খুজুৱাই কলে, "হয় চাৰ, আপোনালোকে আৰু ৰাইজক এৰিলে আন কোনে চাব? ইফালে নিমখৰ দামো চেনিৰ দামৰ সমান হওঁ হওঁ। খোৱা তেলকোনো কোন দিনা পলাই পত্ৰং মাৰে ঠিক নাই। এনে সময়ত আপোনালোকেও আমাক এৰিলে আমাৰ না-জল-না-থল অৱস্থা হব।"

দণ্ডায়ে হয়ভৰ দিয়া দেখি বিয়াগোম শৰীৰৰ শইকীয়াই কথা ক'বলৈ বৰ হাউচ পাই গ'ল। হাতৰ চামৰাৰ বেগটো লিৰিকি বিদাৰি আৰু প্ৰকাণ্ড হাঁচটি এখনেৰে বহল মুখখন মচি মচি তেওঁ ক'লে, "এনে হ'বলৈ পালে কিয়? এয়া কি আমাৰ দোষ? চব সিহঁতৰ কাৰচাজি। সেই দিল্লীত বহি বহি ৰাজপাট খোৱা সোপাৰ কিন্তু আমাৰ ইন্দিৰা আইদেউৰ দিনত জানো এনে হ'বলৈ পাই-ছিল? দেশ উচিতমতে চলিছিল। আৰু গোমোস্তা, বেপাৰী-চেপাৰী এটাইবোৰ আইনৰ ভয়ত তাপ খাই আছিল। এতিয়া সিহঁতে চল পাই উজাৰ খাই উঠিছে। গতিকে ইয়াৰ এটা ব্যৱস্থা লাগে। সেই কাৰণেই আমি জোকৰ মুখত চুন দিব খুজিছোঁ। তুমি 'হেট' মাষ্টৰ কাৰণে চব বুজা। আৰু এই বুজা কথাখিনিকে এতিয়া আনক বুজাব লাগিব। ক'ব লাগিব— আমাক জিকাব লাগিব। নহলে দেশৰ গতি নাই।"

এইবুলি কৈ তেওঁ চামৰাৰ বেগটো খুলি দীঘল লেফাফা এটা

উলিয়ালে আৰু দণ্ডাইৰ হাতত দি ক'লে, "লোৱা, হাতভ দুটা দিনহে আছে। সময় বুজি গাড়ী ভাড়া কৰিবা, ছেগ বুজি ৰাইজক ভোজভাতো খুৱাবা। ইয়াৰে হয়তো দুই-চাৰি পইচা থাকি যাব পাৰে। সেয়া আৰু ঘূৰাই দিব নেলাগে। তোমাৰ স্কুলটোকে মেৰামত কৰাই ল'বা। বুজিলাতো ?"

আগতেই কৈছোঁ, এই তিনি মাহৰ ভিতৰতে 'সেংঘাতিক' হৈ পৰা দণ্ডাই মাষ্টৰে কোন সময়ত মনে মনে থাকিব লাগে জানে। সি লেফাফাটো খুব সাধাৰণ বস্তু এটা লোৱাৰ দৰে হাতত লাগে। ইয়াৰ পাচত বেৰ আৰু গছৰ গাত আঁৰা কাগজ কিছুমান দণ্ডাইৰ হাতত দি নকলী দাঁতেৰে মোহ লগা হাঁহি মাৰি ফটিক শইকীয়া জীপত উঠিলগৈ। দণ্ডায়ে তেওঁক বিদায় দি চ'ৰাঘৰৰ দুল এখনত বহিল আৰু লেফাফাটো খুলি তাৰ পেটৰ পৰা লোটবোৰ উলিয়ালে। তাৰ চকু কপালত উঠিল। বহুত টকা। দুহেজাৰ। সি আকৌ চিঞৰিলে, "শুনিছনে, সুৱাগীৰ মাক? আহ আহ বেগেতে আহ। টকাৰ উজান উঠিছে।"

ৰহেচৰীয়ে আঁচলত তিতা হাত দুখন মচি 'আইগা' পালন কৰিবলৈকে থিয় দি ৰ'ল। সি কলে, "এইখিনি টকাও আগৰ দৰে থৈ দে। পিছে এবিধৰ লগত সিবিধ লগ নলগাবি। আৰু এটা কথা, এখন লোটো খৰচ নকৰিবি। এয়া পাপৰ ধননে, নিজক বেচি পোৱা ধন বুজিব পৰা নাই। কোনে কয় মাষ্টৰ মানুহৰ 'এক্তিয়াৰ' নাই বুলি? কিন্তু সুৱাগীৰ মাক, ধৰ্ম্ম পেতনী হিচাবে তই ভ-ৰাম-উত্তম-অধম এৰাবো নকৰ কিয়?"

ভকত ৰাম, ইয়াৰ মানে কি? তাই কি বুজালে? আপত্তি কৰিলে? আপত্তি কৰিলে যদি টকাখিনি পেৰাত থ'লেগৈ কিয়?...... কি ক'লা? অ' বুজিলোঁ। ঠিকেই কৈছা। ধনৰ মোহ অতি বেয়া বস্তু। সংসাৰৰ মায়া মোহতকৈয়ো বেছি। মানে মাছ দেখিলে বগলী কণা হোৱাৰ নিচিনা।

দণ্ডাই অতি আচৰিত জীয়ে দেই। ৰাতি এন্ধাৰ হোৱাত সি তাৰ ঘৰৰ দুখন চেকোৱাৰ চকুত থকা ডাঙৰ চতিয়ানা গছ জোপাৰ ঠুঠাইত বহল-দীঘল আখৰেৰে চপোৱা, ছবি থকা কাগজ দুখন এঠাই দিলে। তাকে কৰি সি অলপ সকাহ প্যাইছিল বুলি পাচত মোক কৈছিল। পিছে সেই নিশা সি-শুব নোৱাৰিলে। চিকৰাই কামোৰা গৰুৰ দৰে ধৰফৰাই থাকিল। তেনেকৈ থাকিবলৈকো তাৰ ভাইগ নহ'ল। প্ৰায় মাজ নিশা, চিকাই ববচাঙত দলদোপ হেন্দোল-দোপ লগোৱাব সময়তে, আকৌ আহক দুখন জীপ। জীপৰ আকৌ যমদূতৰ কিৰিলি। 'অখাৰ্ত' দণ্ডাই ওলাই আহিব লাগে। সঁচা-কৈয়ে মন্ত্ৰ কৰা মানুহৰ দৰে দণ্ডাই হাতত লেমটো লৈ ওলাই আহিল। এইবাৰ আকৌ শোনাৰ একজাত। দহটামান ডেকাৰ মাজত স্বয়ং বিপুল ফুকন। এইজন মানুহেই এই ভোটৰ যুঁজত জকৰ জিকিব বুলি দণ্ডায়ে বহুতৰ মুখত শুনি আহিছে। বিপুলে বা কি কয়? কিবা গম পাইছেনে কি? দণ্ডাইৰ মনত নানা সংশয়। কিন্তু কানত শুকুলা নোমেৰে শেনচকুৱা 'তৰ্ক পণ্ডিত' এই উকীল-জনৰ "পথম" ফাকি সাদৰৰ বচন শুনি দণ্ডাইৰ সংশয়ে শাম কাটিলে। বিপুল উকীলে ক'লে, "তেনেহলে, দণ্ড, আমাৰ হুলস্থুলে তোমাক কেঁচা টোপনিৰ পৰা জগালে। বেয়া নেপাবা দেই। আকনো কেই দিন? এতিয়া ঘণ্টা হিচাবেহে আচল দিনটোৰ কথা ভাবিছোঁ। ইমান দেৰিকৈ অহা কাৰণে ক্ষেমা কৰিবা। এতিয়াও সময় আছে। মই জানো, তুমি মোৰ কাৰণে তোমাৰ দুই-এষাৰ কথাই বহুত কাম দিব"

এইবাৰ কিন্তু দণ্ডায়ে আগৰ চং নিদিলে। সি ক'লে, "বৰ বিপাঙত পৰিলোঁ, চাৰ। এইবাৰলৈ এৰক।"

পিছে 'আমাৰ বিপুল উকীল এৰা ভকত নহয় দেই। তেওঁ দণ্ডৰ হাতৰ পৰা লেমটো লৈ জীপৰ ড্ৰাইভৰ বহা ঠাইত থ'লে। নিজে বহি দণ্ডক ওচৰতে বহুৱাই লৈ পিঠিত হাত বুলাই ক'লে, "তুমি, দণ্ড, নিতান্ত বালক হৈয়ে আছা। ভোট বিচাৰি মানুহ

আহিলে এনেকৈ এবাৰ কয়েই। আজি কালি আৰু কায়দা বেছিহে হৈছে। ঘৰ ওলালেগৈয়ে গৃহস্থই ক'ব—এস্, আপুনি ইমান কষ্ট কৰি কিয় আহিল? আপোনাত বাদেনো আন লায়ক মানুহ কোন থাকিব পাৰে? আমাৰ ওচৰচুবুৰীয়া সকলোৱেই ঠিক কৰি থৈছোঁ। এইদৰে প্ৰত্যেককে ক'ব, কিন্তু ভোট দিব আচল মনৰ লগত মিলা মানুহক। সেই কাৰণে আগৰ নিচিনাকৈ কোন জিকিব, কোন হাৰিব, জনাই টান হৈ পৰিছে। ইয়াৰ পৰাই বুজিব পাৰি, মানুহ বেচ সিয়ান হৈছে আৰু ধৰিব পাৰি, আমাৰ এই 'গণতন্ত্ৰবো' পুৰঠ হৈছে/ কিন্তু অচলতে জানো পুৰঠ হৈছে? চোৱা, যোৱা ভেৰ কুৰি বছৰে একো নহল। এতিয়া আমাৰ ইয়াত এশৰ ভিতৰত চাৰি কুৰি লোকেই নিছলা। গতিকে চৰকাৰ সলনি কৰি এবাৰ ৰাইজে জুতি চাওক। যদি একো কৰিব নোৱাৰোঁ তেনেহলে আমাক ওফোৰাই পেলাওক। আচলতে এদিন সত্যৰ জয় হবই। জয় আমাৰেই। গতিকে তুমি ফটিক বা শুকদেউক কেৰেপ নকৰিবা। সিহঁত উৰি যাব।"

অগতেই কৈছোঁ, ভকতৰাম, দগুায়ে এইবাৰো সঠিক সময়তে নিমাতে ৰ'ল। সেয়েহে 'সেংঘাতিক' উকীল বিপুল ফুকনে ক'লে, "মোৰ হৈ খাটা, মোৰ ভাল হলে তোমাৰো ভাল হব। এই ৰাতি চুপৰত খাটাং কথা কলোঁ। কিছুমান বুজিও নুবুজা মানুহ আছে। সিহঁতৰ এইটো চেলু। তেনে মানুহক কথাৰে ভুলাব নোৱাৰি। ধনেহে কাম দিয়ে। চম্পাগুৰিত কোন কোন আছে জানা? মাধো যোগেন, বিলাস, হৰি, সোপোকা আৰু পৰভাত। আৰু হয়তো চাৰিটামান আছে। সিহঁতক তুমিহে বলে পাৰিবা। গতিকে তোমাক এতিয়া দুহেজাৰ তিনিশ দিলোঁ। বাকী দুশ দিওৱা হব। মোক হিচাব নেলাগে। কাৰণ, তুমি মাষ্টৰ মানুহ।"

দ্বিতীয়বাৰো দগুাইৰ মনে মনে থকাৰ পাল। সি খমখমীয়া লোটৰ মুৰাটো হাত পাতি ল'লে। বিপুল উকীলে আকৌ তাৰ

পিঠিত চপৰিয়ালে। ইংগিত পাই দণ্ডাই জীপৰ পৰা নামিল। সি শোৱনি ঘৰত সোমাল। ভাবিলে, সুৰাগীৰ মাক হয়তো সাৰে আছে। কিন্তু তাৰ ভাব হৈছে, এতিয়া তাইক মাতিলে বেছিকৈ শোৱাৰ ভাওহে জুৰিব। অৱশ্যে তাৰ অনুমান ভুল হ'ল। তায়ে শুই থকাৰ পৰা মাতিলে, "লেমটো মুমাই নিদিয়ে কিয়? এতিয়াও শোৱা নাই?" বৰ বেছিকৈ বিন্ধি থকা মনটোক অলপ থাউদিবলৈকে সি ক'লে, "বুইছ, সুৰাগীৰ মাক, পুৱা আছিলোঁ এটা একো নিজৰ মত নথকা মানুহ, দুপৰীয়া হলোঁ এটা মহা ভণ্ড, আৰু এতিয়া হলোঁ এটা 'চৈত্তান'। এতিয়াও এই দুহেজাৰ তিনিশৰ লোটসোপা ল'বিনে?" ৰহেচৰীয়ে ক'লে, "আপোনাৰ টকা। আপুনিও থ'ব পাৰে, ময়ো থ'ব পাৰোঁ। এতিয়ালৈকেতো আমি কাৰো হৈ একো কৰা নাই!" ইয়াৰ কি অৰ্থ বেছি বুজিবলৈ চেষ্টা নকৰি দণ্ডই ক'লে, "থ'-গৈ। ভালকৈ। থ'-গৈ। খৰচ নকৰিলেই হ'ল। সাৱধান কিন্তু,—এটা মুৰাৰ লগত এটা-মুৰা লেপ্পা নলগাবি।"

ভকতৰাম, ইয়াৰ পৰা তোমাৰ কি ভাব হয়? ৰহেশ্বৰীয়ে বাৰু কিয় আকৌ যতন কৰি টকাখিনি পেৰাত ভৰালে?

......কি ক'লা? এৰা, ময়ো তাকেই ভাবোঁ। ইয়ঁতক পুৰা 'চৈত্তানে' লম্ভিছে। আগৰ মানুহ হৈ থকা নাই।

দণ্ডাইৰ লগতে ৰহেচৰীয়েও ৰাতিৰ বাকীখিনি সময় মুগুলে। পেৰাত প্ৰায় ছহেজাৰ টকা। কেনেকৈ শুব?
বিহানেই ফিকা চাহ এপিয়লা পি আমাৰ দণ্ডায়ে ৰসেচৰীক ক'লে, "কথাৰ কথা এক সোতত চলিব পাৰে। চৰবোৰ ইলিকচন আপিচত যাব পাৰোঁ আৰু চৰতে সুবিধা বুজি একো একো বিধ লেকচাৰ মাৰিব পাৰোঁ। তেতিয়া হলে সিমান নিমখহাৰামী কৰা নহৰও পাৰে। কি কৰ, সুৰাগীৰ মাক? সুৰাগীক কচোন, এটোপোলা তামোল কাটি দিয়ক।" সুৰাগীৰ মাকেও এবাৰ কথাৰ কথা ক'লে,

"মইনো আৰু কি কম ? আপোনাৰ বুধি-চুধি মোতকৈ কেবা ধাপ ওপৰত। মইনো কিমান পানীৰ মাছ ?" এনে কথাত আমাৰ দণ্ডাইৰ মনভাৱবোৰ কিংচিত (কিঞ্চিৎ) হেঙুলীয়া হ'ল। সি মাত লগালে, "এৰা, মই জানো, তই হস্কিলে-মস্কিলে মোৰ পাচত আছ; তই মোৰ ইহঁতৰ পৰকোপত চিৰলাচিৰলি হোৱা মনটো বুজিব পাৰিছ।"

এই বুলি-কৈ আমাৰ দণ্ডাইয়ে কামিজ চোলাটো গাত ভৰালে। সুৱাগীৰপৰ' তামোল এটোপোলা লৈ, বিষাই 'থকা গুৰি দাত এটাত চেপা অকনমান গুজি ল'লে। চোতালৰ তাঁতশালৰ খুটাত আওজাই থোৱা তাহানিকলীয়া "হাৰকিউলী" বাইচাইকেলখনত একে লাফে উঠিলে। ভেলো গছৰ তলৰ বুঢ়া গোসানীৰ থানখন পাৰ হৈ সি এজুম মানুহ দেখিলে। সি তাতে চাইকেলৰপৰা নামিল। তাত গৰম গৰম আলচ হৈছে। এখন হেনো কিতাপো ওলাইছে। বা-বদনামেৰে ভৰা কিতাপ। চব শুকদেউৰ কথা। অভইচ কথাও আছে। কোনোবা এটা জাতত ধৰি সেই জাতৰ ছোৱালীৰ স্বভাৱৰ সম্প্ৰাত নাই বুলিও লেখিছে। মানুহবোৰৰ কিছুমানে বেচ ৰগৰ পাইছে, কিছুমানে কৈছে—অন্যায়, ঘোৰ অন্যায়; স্বভাৱ চৰিত্ৰক ধৰি মানুহ এটাক অপকাৰ কৰিবলৈ ইহঁতে ক'ত খেমাতা পালে ? দণ্ডাইৰ হিয়াতো তুহঁ জুই উমি উমি জ্বলি আছিল। তাৰ পোৰনিত থাকিব নোৱাৰি সি কৈ পেলালে, "সেয়েহে মই ভাবি পাইছোঁ—এই ভোট-চোটবোৰ নোহোৱাই ভাল। সেয়েহে ঘৰৰ আটাইকে কৈছোঁ যেয়েই লেক্‌চাৰ নেমাৰক, যেয়ে আহি ভাৱস্তিৰে ভোট দিব লাগে বুলি কওক, ভোট ভোট বুলি চৌপাশে তমোময় দৈত্য-দানৱৰ যুঁজ চলি থাওক, আমাৰ সেইবোৰ একানে সোমাই একানে ওলাই যাব লাগে। আমি নিৰ্বিকা (নিৰ্বিকাৰ) হব লাগে। ভোটত আমাৰ অসহযোগ ঠিক যেনেকৈ মদ-ভাঙত আমাৰ অসহযোগ।

পতিকে মই যাকে পাওঁ তাকে কওঁ—ভোটৰ আপিচ চলি থাওক, চৰকাৰেও ভোট লোৱাৰ যা-যোগাৰ কৰক। কিন্তু ভোট নিদিবা। তাকে কৰিলেহে এইবোৰ সকলো আয়োজন পানীৰ মিঠৈ হব।"

শানি নিছিগাকৈ দিয়া বক্তৃতিতাটো শুনি জুমৰ মানুহসোপাই মাষ্টৰক 'স্বৰূপ কথাই কৈছে', 'কথাৰ কথা কৈছে' আদি কৈ দগুক বেচ শলাগিলে। আমাৰ দগুাইৰ এইবাৰ গোবৰেজাবৰে পোত খাই থকা মনটোত যেন এচেৰেঙা ৰ'দ পৰিল। সি ভাবিলে, ঘপহ কৰে মুখৰ পৰা ওলোৱা কথাখিনি যেন তাক নেদেখাজনেহে কোৱাইছে। সি এনেকৈ কথাটো ভবা নাছিল। আচলতে কথাটো হয়। ডেৰ-কুৰি বছৰে কোটি-অক্ষৌহিনী মানুহে ভোট দিলে। প্ৰতিবাৰেই ভোটৰ পাছত খবৰ কাগজত ওলায়—এশ সোতৰ বছৰৰ বুঢ়াই ভোট দিছে, দুটা হাত নথকা মানুহ এটাই ভোট দিছে, অন্ধই ভোট দিছে, ভিখাৰীয়ে ভোট দিছে ......। কত যে ভোটৰ মহিমা! কিন্তু দেশৰ কি হল? চহকীবোৰ বেছি চহকী হল, লাওলোৱাবোৰ বেছি লাওলোৱা হল, কোনো মতে খাই লৈ থকাবোৰৰ অসন্তোষ দুগুণে বাঢ়িল। আজিকালি ভাৰতত হেনো এশৰ ভিতৰৰ তিনিকুৰি দহজনৰ অৱস্থা কাহিল। তেনেই কুকুৰ-শিয়ালৰ অৱস্থা। এৰা, যোৱাবাৰ মাজুলীত খাবলৈ নেপাই বহুত মানুহ মৰিল। আমাৰ চম্পাগুৰিতো একেই অৱস্থা। মাথোন খবৰা কাগজত সিমান বেছিকৈ ওলোৱা নাছিল। ফটিক শইকীয়াই হেনো এনে খবৰ ওলাব নেলাগে বুলি কাৰোবাক মানা কৰি দিছিল। এয়ে নে কি ভোটৰ বিহ-লঙানৰে জৰাৰ গুণ? হিতে বিপৰীত?

এনেকৈ ভাবি গৈ আমাৰ দগুাই হাতীগড়ত হাজিৰ। তাত চলিছে জাত-পাতৰ কথা। অমুক জাতৰ কোনো বিশ্বাস নাই। তমুক জাতৰ মানুহ তলে পুতল। এনে কথা শুনি দগুায়ে এজাক মানুহক ক'বলৈ সুবিধাই পালে এই বুলি: আগতে হয়তো জাত-

পাতৰ বিচাৰ আছিল। মোৰ পিতায়ে নিহকুলীয়া মানুহক চ'ৰাঘৰত জুবুৰি খেৰৰ মুঠি এটাতহে বহিবলৈ দিছিল। আমি নিজে দেখা কথা। সেইবুলি তেতিয়া ইমান ঘৃণা নাছিল। আজিকালি বামুণেও চৰাপ খায়, কুকুৰা খায়। তথাপি এটা জাতৰ এটা জাতলৈ কি আক্ৰোশ।

এইটো বক্তৃতাতো ভাল হল। এজনে 'বিপ্যৰ' ভাবত ক'লে, "এৰা, ঠিক কথাই কৈছা, মাষ্টৰ। ভোটেই আমাৰ কাল হ'ল। ভাললৈ বুলি আগবাঢ়ি আমি ডুবিছোঁহে।"

এইবাৰ এফলীয়াবড়িত দণ্ডাইয়ে বেলেগ কথা শুনিলে। চিলাপুৰৰ ফালৰপৰা অহা এখন গাড়ীত চৰাপৰ বটলেৰে ভৰপুৰ। সিহঁতে কোনোবা ভোটত উঠা মানুহৰ হৈ এফলীয়াবড়িত চৰাপ বিলাবলৈ আহিছিল। ফলত বিপৰীত পক্ষৰ ডেকা দলৰ লগত হত্তাহত্তি, মৰামৰি। এটা ডেকা বেয়াকৈ ঘূনীয়া হৈছে। এতিয়া আচপতালত (হস্পিটেলত)। ইয়াৰ আলোচনা চলিছে ভেক কেঞাৰ গেলামালৰ দোকানত। বেয়াকৈ জখম হোৱা ডেকাটোৰ নাম ধৰ্মেচৰ, মানে ধৰ্ম্মেচৰ কোঁচ। আমাৰ দণ্ডাইৰে ছাত্ৰ আছিল। ইয়াকে শুনি দণ্ডায়ে ইস্‌ ইস্‌ আস্‌ আস্‌ কৰিলে। মুখেৰেই নহয়, পেটেৰেও দুখ পালে। গেলামালৰ দোকানত গোট খোৱা মানুহবোৰক সি ক'লে, "মদ খুৱাই ভোট, জাৰত কম্বল দি ভোট, চাকৰি দিম বুলি ভোট, এসাজ খুৱাই ভোট,—এইবোৰ কি কথা? ভোট কি গেলামালৰ দোকানৰ পিয়াজ? মই ভাবোঁ, এইবোৰ নোহোৱাই ভাল। আমাক এটা বেলেগ নিয়ম লাগে—দেশ চলিবৰ বাবে। ভগবান যেন গিয়ান থকা মানুহ এজন ওলোৱাহেঁতেন এনে অৱস্থা নহলহেঁতেন। কোনেও যদি ভোট নিদিওঁ বুলি এক গোট হলহেঁতেন, বৰ বঢ়িয়া কথা হলহেঁতেন। কি কোৱা মধু?"

মধু বোলা ডেকাটোৱে ক'লে, "হয় চাৰ, এইবোৰ দেখি দেখি আৰু বিৰুচিনা লাগিছে।" বোধকৰোঁ দোকানত গোট খোৱা

এটাইবে মতৰ লগত দণ্ডাইৰ মত মিলিল। ইয়াকে ভাবি মনটোত স্থুত লগাই সি নিজৰ মৌজাটোৰ ফালে ঘূৰিল। চম্পাগুৰি মাইনৰ ইচ্‌কুলৰ কিনাৰত ভাৰেমান মানুহ। সিহঁতৰো আলচ ইলিক্‌চন লৈয়ে। বাতি হেনো লাচিম পুখুৰী আৰু চিলাপুৰৰ মানুহৰ মাজত ভীষণ কাজিয়া। আকৌ ভোট দিয়াক লৈ। তদুপৰি এই কাজিয়াৰ গতিমতি বেয়া। দুয়োখন গাৱঁত দুই জাতিৰ মানুহ থাকে। নিজৰ জাত লৈ কিবাকিবি ওলালতে কাজিয়াৰ সূত্ৰপাত। ইয়াকে শুনি দণ্ডায়ে সকলোৰে শুনাকৈ ক'লে, "লোকে ভোট লৈ টিংখোপত উঠিবগৈ, আমালৈ চাবলৈ সময়কে নোহোৱা হব; অথচ আমাৰ বাহে কাজিয়া কৰি কৰি মৰিব। এৰা, এই ভোটৰ জঞ্জালবোৰ আমি আনৰ কাৰণে কিয়নো চপাই লওঁ? লোকে দৰিত ধৰি আমাক ভাল পুতলাৰ নাচ নচুৱাইছে!" এই কথাৰো শাহৰুণ বিচাৰি উলিওৱা মানুহ ওলাল। সেয়েহে দণ্ডাইৰ মনটো ভাল লাগি গ'ল।

সি পিছে আৰু অলপ দূৰ আগুৱাই আহি দেখিলে – আলিৰ কাষৰ বৰ বৰ গছবোৰত নানা দলৰ ছপোৱা কাকত আছে। তিনিটা প্ৰধান দলৰ আপিচ – গাৱঁৰ তিনি মুনিয়ে তিনি মুনিয়ে। ইয়াৰ পৰা বুজা গ'ল যে বিপুল, শুকদেউ আৰু ফটিকহঁতে চম্পাগুৰিৰ কাৰণে দণ্ডাইকেই ভাৰসা কৰিছেঁ। বুলি কোৱা কথাষাৰ মিছা। আৰু খাটোতা আছে। সিহঁতে টকা পানীৰ দৰে খৰচ কৰিছে। হয়তো এই ল'ৰাবোৰৰ কথাত বাইজ ভোল নেযাবৰ কাৰণেই সি গোপনে ভোট থকা মানুহবোৰক কৈ বিছোৱাস (বিশ্বাস) সুমুৱাই দিব বুলি সিহঁতে আশা কৰিছিল। কিন্তু এতিয়া সি ভাবি পাইছে, এই কাম কৰিব নোৱাৰি, অথচ টকাও ঘূৰাই দিব নোৱাৰি। এনে দোধোৰমোধোৰ অৱস্থাত তাৰ মন এতিয়া চিৰলাচিৰলি। তথাপি ভাবি পাইছে, ইহঁতৰ যি কোনো এটাৰ হৈ কোৱাতকৈ টকাখিনি ৰাখি থৈ একো নকৰাকৈ থকাত ঠগৰ মাত্ৰা অলপ কম হব।

সি, যে ভোট, কাকো নিদিব, এই কথা খাটাং। এয়ে ভোট-পৰ্যন্ত, তাৰে নিজৰ অধিকাৰ। সি চুপৰীয়া ঘৰ পালেহি। ঘৰত আহি দেখে, সুৰাগী কান্দি-কাটি আছে। পানীৰ সোঁত বোৱা চকুহাল মোহাৰি মোহাৰি উখহাইছে। ইয়াকে দেখি সি খঙেৰে ক'লে, "এয়া কি দেখিছোঁ। সুৰাগীৰ মাক? তাই কিয় কান্দিছে? কিলালি? কি জগৰত?" তাকে শুনি ৰহেচৰীয়ে ফেঁট তুলি তাৰ ওচৰত থিয় দি ক'লে, "সকলো যতকুটৰ ঘাই আপুনি। তাই গাৱঁৰ ফালে ওলাই গৈছিল। তাত গৈ আপোনাৰহে যিবোৰ বদনাম শুনিলে, তাকে তাইৰ মুখত শুনি মোৰো কান দুখন বিজবিজাই গ'ল।" দণ্ডাই থমকি ৰ'ল। একো শুনুধিম বুলিয়েই ভাবিছিল। তথাপি কথাটো সোধাত ৰহেচৰীয়ে ক'লে, "চকু চৰহা মানুহবোৰে পিছে কৈছে, আপুনি হেনো দুতলীয়া কাম কৰিছে, মানুহক কিবাকিবি বেয়া শিকাইছে; জাত পাতৰ কথা কৈ কাজিয়া লগাই ফুৰিছে, টকা লৈ গজগজীয়া হৈ পৰিছে। আপুনি হেনো ঠগ, ভণ্ড, বিড়াল তপইচী (তপস্বী)।" এই কথা শুনাৰ লগে লগে আমাৰ দণ্ডাইৰ অৱস্থা সৰগ পৰা মানুহৰ দৰে হ'ল। অলপ পৰৰ পাচত ক'লে, "কওক দে, সুৰাগীকো কান্দিবলৈ দে। এনে এটা বাপেকৰ ছোৱালীয়ে লাজত কন্দা উচিত। আৰু সুৰাগীৰ মাক, চব দোষ মোৰ নেথা-কিব পাৰে। কিন্তু তয়ে কচোন, ইয়াৰতো কিছুমান দোষ জানো মোৰ নাই?"

সুৰাগীৰ মাক নিমাত। দণ্ডাই নিমাত। ভাতৰ পাতত বহিও সি এষাৰ কথা নক'লে। সুৰাগীক নিচুকাবলৈয়ো ইচ্ছা নকৰিলে। এনে এটা সময়তে সেই মানুহজন নোলোৱাহিহেঁতেন কিজানি দণ্ডাইক চিন্তাই চিতাৰ জুইৰ দৰে পুৰিলেহেঁতেন।

ভৰ দুপৰ। বাহিৰৰ ফাগুণৰ ৰ'দত খাৰণিৰ চোক। ভাত খাই তেতিয়া দণ্ডাই চৰাঘৰত মুখ ওন্দোলাই বহি আছিল। এনেতে

আহক এটা ডেকা। এমুখ ভাঁড়িবে কুত'া— পায়জামা পিন্ধা, মত-গজ চফলা ডেকাটোৱে পুৰণা চাইকেলখনৰ পৰা নামি চ'ৰাঘৰৰ দুৱাৰত টোকৰ দিলে। সি বহুত বাট চাইকেল মাৰি আহিছে। পিয়াহত অণ্ঠ-কণ্ঠ শুকাই আহিছে। তাক দেখি অজানিতে দণ্ডাইৰ কিবা এটা ভাল লাগি গ'ল। বহিবলৈ দিলে। পানী খোজাত সুৱাগীৰ হতুৱাই পানী এগিলাচ দিয়ালে। চাহ এটোপা খাই যাওক বুলি ডেকাজনক খটবান্ধকৈ ধৰিলে। ডেকা মান্তি হ'ল। দুয়োৰে কথা-বতৰা আৰম্ভ হ'ল। দণ্ডায়ে জানিলে যে ডেকাজনৰ নাম ভৰত দত্ত। সিয়ো ভোটৰ বাবে উঠিছে। কিন্তু তাৰ আনৰ দৰে পইচা নাই কাৰণে নিজেই চাইকেল মাৰি মাৰি কৈ ফুৰিছে। তাৰ হৈ 'অৰইচে' এদল ডেকা উপযাচি মুখৰা নহয়। আৰু তাৰ দল? ইয়াৰ সমিধানো আচৰিত। ডেকাই কলে, "চাওক, মাষ্টৰ বাবু, মোৰ মতে ভোটেৰে দেশৰ কল্যান হব নোৱাৰে। অইন ধৰণে ৰাইজক সাজু কৰিবৰ কথাহে ভাবোঁ। তথাপি আমি ভোটত উঠোঁ। কাৰণ সিহঁতক বিনা বাধাই আইন সভালৈ আৰু খেমাতা পাবলৈ দিয়া উচিত নহয়। দেশখন কিবা সিহঁতৰেনে? আমাবোৰো দেশখন ভাল-পোৱাৰ অধিকাৰ আছে! আমিও অচিৰে জাকে জাকে জিকি সিহঁতক দেখুৱাম—আমি পানীয়ে মৰা বাও নহয়, আমাক ভাৰসা কৰা মানুহো আছে। এতিয়া এইবাৰো যদি দুখনমান গাড়ী ঘূৰাব পাৰিলোহেঁতেন, সিহঁতক জোলোকে জোলোকে পানী খুৱালোহেঁতেন। বহুত জেগা। চাইকেলেৰে আৰু কিমান চম্ভালিম?"

ডেকাৰ প্ৰতিটো কথাতে মনৰ জোৰ। দণ্ডাইৰ ডেকাটোলৈ সঁচাকৈয়ে মোহ হল। "মই যদি অলপ সহায় কৰিব খোজো, ল'বানে? এৰা, এই তিনিকুৰিৰ দেওনা পাৰ হোৱা নেতা সোপাই পুৰণি কথা নেৰে। নতুন সময়ৰ নতুন মানুহৰ সমইচাবোৰ সিহঁতে কি বুজিব? সিহঁত মানুহবোৰা বুঢ়া, সিহঁতৰ কথাবোৰো আওপুৰণি। মই তোমাক আশীৰ্বাদ কৰিছোঁ— তুমি যেন জয়ী হোৱা। মোৰ

হাতত কেইহেজাৰমান টকা আছে। তাকে তোমাক দিব খুজিছোঁ। অন্ততঃ তাকে খৰচ কৰি এই দুদিন গাড়া-ঘোৰা ভাড়া কৰি ঘূৰিব পাৰিবা।"

ডেকা ভবত দণ্ড আচৰিত। এয়া কি ভাৰতত দধীচিৰ 'দিষ্টান্ত' মানুহজনৰতো ঘকৰা অৱস্থা ভাল নহয়। তেওঁ কলে, "নেলাগে দিয়ক। এনেকৈয়ে যি পাৰো কৰোঁ।" পিছে আমাৰ দণ্ডাই সহজে কৌচ খোৱা মানুহ নহয়। সি ক'লে, "মই অকপটে দিছোঁ, বোপাই। মোৰোতো কিবা এটা উপকাৰ কৰাৰ, নিজে ভাল লগা কাম এটা কৰাৰ, অধিকাৰ আছে। এই অধিকাৰত তুমি চেঁচা পানী নেঢালিবা। মই বৰ দুখ পাম।" ইয়াকে শুনি ডেকাজনৰ হিয়া সেমেকিল। তেওঁ ক'লে, "নিতান্ত দিব খুজিছে যদি দিয়ক। কিন্তু মই এদিন পৰিশোধ কৰিম। আপোনাৰ এই উপকাৰ কেতিয়াও নেপাহৰিম।"

ইয়াকে শুনি দণ্ডাই ভিতৰলৈ সোমাই গল। ঘৈনীয়েকক একো নকৈ বিচনাৰ তলৰ পৰা চাবিটো লৈ পেৰাটো খুলিলেগৈ। নোটৰ তিনিওটা মুৰা উলিয়াই একে লগ কৰিলে। পেৰাটো বন্ধ কৰিলে। সক মোনা এটাত টকাখিনি ভৰাই মোনাটো ডেকাজনক দি ক'লে "এতিয়া গস্তি নকৰিবা। বাটত গস্তি কৰিবাগৈ, যোৱা, এতিয়াই যোৱা। ফাষ্ট কিলাচ আনাগৈ, জীপ আনাগৈ, লৰী আনাগৈ। সময় নায়েই, কিন্তু তুমি জিকিব লাগিব।"

ডেকাই দণ্ডৰ উপকাৰৰ শলাগ লৈ নমস্কাৰ জনাই চাইকেলত উঠিল।

এয়ে, ভকতৰাম, দণ্ডাইৰ 'আইখান'। ভোটত উঠা মানুহবোৰৰ কাৰ দশা কি হ'ল জনাই চাগৈ। এতিয়া তোমাক ইমানখিনি খৰচি মাৰি দণ্ডাইৰ কথা কোৱাৰ এটা কাৰণ আছে। তোমাৰ পৰা এটা কথাৰ উত্তৰ বিচাৰোঁ। কাৰণ তুমি বেচ কিতাপ পত্ৰ পঢ়া মানুহ। শাস্ত্ৰ-ত্ৰাস্ত্ৰও আওৰাই থাকা। সেই কাৰণেই তোমাক সুধিছোঁ—

দশ্তায়ে বাক ভেকাটোক টকাখিনি কিয় দিলে আক টকাখিনি দি কিয় খুব শাস্তি পালোঁ বুলি মোক কলে?"

কি ক'লা? খুব 'গুরুত্ব' কথা সুধিলোঁ? ঠিক আছে, আজি বাক উত্তৰ দিব নেলাগে। কেইদিনমান ভাবা। তাৰ পাচত ক'বাহি। পিছে এলাপেচা উত্তৰ দিলে নহব। মই উত্তৰ দিব নোৱাৰিম হয়তো। কিন্তু ভুল উত্তৰ সহজে ধৰিব পাৰিম। কিন্ত উত্তৰ দিব নোৱাৰিলে বেতালৰ দৰে তোমাৰ মূৰত 'বজ্রপাত' হওক বুলি নকওঁ কিন্তু তুমি ভিতৰি ফোপোলা বুলি জাহিৰ নকৰাকৈ নেথাকিম পিছে।

ৰচনা—মাৰ্চ, ১৯৭৮

# প্ৰাণচন্দ্ৰ

"অ', এটা কথা নকলোৱেই নহয়, সকমণি!"—মই দুখে মনেৰে কথাবোৰ ভাবি থাকোতেই খুড়ীদেউৰ মাতটো শুনি ওচপ খাই উঠিলোঁ। পানী পিঠাটোত কামোৰ এটা মাৰি বাকী ভোখৰ কাঁহীখনত থলোঁ। আৰু বা কি কথা শুনিবলৈ আছে? তিনি বছৰৰ মূৰত ওপজা ঘৰখনলৈ আহি যে কতবোৰ হজম কৰিব নোৱাৰা কথা শুনিছোঁ! তিনি বছৰৰ ভিতৰতে বাৰু ইমানবোৰ অঘটন ঘটিব লাগেনে? এৰা দেহৰো ভাবসা নাই, জীৱনৰো বিশেষ নিয়ম-কাৰণ নাই। মোৰ সৰু কালৰে পৰাই বিশেষ লগৰীয়া নবেশ্বৰ মানে আমাৰ কন্টি মৰিল। সি বিয়াও কৰাইছিল। বুঢ়া ভাওৰীয়া যেন চেহেৰাৰ হেমপদ্ম দদাইদেউ ঢুকাল। খোলতালত গন্ধৰ্ব যেন আমাৰ মহীন্দ্ৰ দদাইদেৱো আৰু নাই। আমাৰ সকলোৰে পূজনীয় বসন্ত হাজৰিকা হেনো ভিভিত চিপজৰি লগাই আপোনঘাতী হ'ল। তিলক বৰাই মানে আমাৰ চেলো পণ্ডিতে, হেনো শেহ ৰাতি গোহালিত ভিভিত ফাঁচ লগাই মৰিল। ইমানবোৰ ঘটনা মই নথকাতে ঘটিল। মোৰ পঢ়া-শুনাত ব্যাঘাত হয় বুলি কোনেও চিঠিত এইবোৰ কথা নেলিখিলে। মই এদিনৰ ভিতৰতে ইমানবোৰ শোকৰ বাতৰি পাই ৰৰ আতুৰ হৈ পৰিছোঁ। বিশেষকৈ নবেশ্বৰ মৰাৰ খবৰটো মোৰ মনত সমুলি সঁচা যেন লগা নাই। বৌটি, খুড়ীদেউ, পুৰী জেঠাই, মনজুৰ তাৰৈ, ইহঁত সকলোৱে বাৰু মোক মৰা খবৰবোৰহে দি থাকিব লাগেনে?

সেয়েহে খুড়ীদেউৰ পৰা আৰু এটা খবৰ পোৱাৰ লক্ষণ দেখিও মই কৌতুহল নেদেখুৱালোঁ। পানীপিঠা থকা কাঁহীখন বিতৃষ্ণাৰে

ঠেলি দি গৰম চাহ থকা বান-বাটিটোৰ গৰম ঘেৰ এভোখৰত ওঁঠটো লগাই শব্দ কৰিলোঁ।—আস, বৰ গৰম।

'বুইছ, সৰুমণি, কথাটো গহীনেই। তই নিশ্চয় এতিয়ালৈকে জনা নাই।—মই কোনো আগ্ৰহ নেদেখুৱালোঁ। যদিও কথাৰে আখৈ ফুটাৰ পৰা আমাৰ খুড়ীদেউজনী দমি নগল। আঁচলত তিতা হাত এখন মচি ওচৰৰ পীৰাখনত বহি লৈ খুড়ীয়ে কিবা এটা কব খুজি বৈ গল। অলপ পৰৰ পাচত ক'লে, এইবোৰ কথা ল'ৰা-ছোৱালীয়ে জনা ভাল নহয়। আজি কালি যে কি নিলাজ কাণ্ড........

বানবাটিৰ চাহখিনি ফুৰাই লৈ এধোক গিলি মই মাত লগালোঁ, 'খুড়ী, তহঁতৰ মৰা আৰু নিলাজ কাণ্ডৰ বাহিৰে আৰু বতৰা দিবলৈ নাইনে?'

'কিয়? তই দেখোন এইবোৰবে ভু লৈ ফুৰ?'

'সদায় নহয়।'

খুড়ী উচাট মাৰি উঠি গ'ল। কথাটো বেয়া হল। এই সময়তেই মোৰ বুদ্ধি আৰু বাকশক্তিৰ প্ৰয়োজন হৈ পৰিল। কলো, "খুড়ী, তয়ে যদি খং নেদেখুৱাৱ, মোৰ ওপৰতনো খং দেখুৱাবলৈ আৰু আছে কোন? খুড়ী, তোক খং তুলি বৰ ভাল লাগে অ'। মই আৰামত শুনিম বুলিয়েই কি হ'ল বুলি নক'লো। কাৰণ তই সদাই পৰাই ক'লেহে শুনি আমোদ পাওঁ।"

"তেনেহলে, শুনিব খুজিছ যদি শুন। এৰা, উপযাচি কথা নোকোৱাই ভাল। কলে তহঁতে কবি—এইজনী 'গেজেপ'।" এনেকৈ আৰম্ভ কৰি খুড়ীদেউ এইবাৰ মোৰ বহাৰ পোনে পোনে বহি ললে। কলে, "তই হয়তো কথাটো বিশ্বাস কৰিবলৈকে টান পাবি। কিন্তু কথাটো আচলতে এনেকুৱা: মনোহৰ তোতকৈ বয়সত বহুত ডাঙৰ। একে বংশৰ হোৱা হলে তোৰ কিজানি খুড়াবেই হলহেঁতেন। তথাপি আমি আটায়ে জানো, মনোহৰৰ লগত তোৰ অতিকৈ মিল। মনোহৰ ইমান গহীন, ইমান ৰাজকায়দাত থকা মানুহ। আৰু তই

হলি এটা চেলেপু আৰু চেলাং-বেলাং কৰি ঘুৰি ফুৰা মানুহ। তথাপি যে তইঁত দুটাৰ কিহত মিল, বুজিব পৰা নাই। মই ভাবিছোঁ তই থাকহে এনেকৈ. আচলতে তই এটা নোম টেঙৰ।'

খুড়ীয়ে ইমানবোৰ বলকাৰ পাচতো আচল কথা ওলোৱাই নাই। অৰ্থাৎ ঘপহ কৰে ঘটনাটো কৈ মোৰ কৌতূহল কমাব খোজা নাই। এইটোৱেই খুড়ীৰ আখ্যান কোৱাৰ নিয়ম। লিখা পঢ়া জনাহেঁতেন খুড়ীয়ে অনবৰত উৎসুক কৰি ৰখা ধৰণৰ গল্প লিখিব পাৰিলেহেঁতেন। পিচে আজি খুড়ীৰ আখ্যান কোৱাৰ ধৰণ উপভোগ কৰিবলৈ মোৰ ধৈৰ্য্য হেৰাই গ'ল। অথচ এই মৰমীয়াল খুড়ীজনীক 'বেগেতে ক, মোৰ সময় নাই' বুলি ক'বৰো উপায় নাই।

ইতিমধ্যে বানবাটিৰ গোটেইখিনি চাহ মোৰ পেটত। এতিয়া মোৰ মুখৰ গোবোৰা তামোল, কেঁচা চুণ আৰু পকা পাণে গাঢ় ৰঙা ৰূপ লৈছে।

'তাই, মানে তাৰ ঘৈণীয়েক— তইতো দেখিছই, সে ৰচকী পখিলা জনী— কি নাম আছিল ?—অ' মনত পৰিছে—ৰজিতা! ৰজিতা! ধুনীয়া, বেছ ধুনীয়া। নহয় জানো ? কিন্তু সেয়া ৰূপ, জোনৰ পোহৰ জানো ? বিজুলীহে। ঠিক পটন্তৰ দিছোঁ। এৰা, তাইৰ ৰূপত বিজুলী। এই আছে, এই নাই। তাইৰ নামো বিজুলীহে হব লাগিছিল। কি কৱ ? তাইৰনো অকণো চৰম থাকিব নেলাগিছিলনে ? ইফালে তাৰ ফালৰ দুটা ল'ৰা-ছোৱালী! তাই ইমান ভাল মানুহটোৰ মান-সম্ভ্ৰমক কচু-কটা দিয়ালে। কটা নিলাজৰ সঁচ। মই আগতেই কৈছো নহয়, সকমণি বিয়া কৰাবলৈ হলে দেখাই শুনাই ভাল ছোৱালীহে বিয়া কৰাব লাগে। কিন্তু দীপজিপ ছোৱালী বিয়া কৰাব নেলাগে। সিহঁতৰ সঞ্জাত নাই।"

এইখিনিলৈকে কৈ খুড়ী অলপ ৰল। মজবুত দাঁতেৰে তামোল ভঙাৰ শব্দ শুনিবলৈ পোৱা গল। পকা পাণত চুণ অকণমান লগাই মুখত ভৰাই ললে আৰু সেলেঙী লগাবৰ কাৰণে পাগুলি থাকিল।

এইটোও খুড়ীৰ মানুহক উৎসুক কৰি ৰখাৰ এটা কৌশল। মই সঁচা কৈয়ে বৰ বেছি উৎসুক হৈ পৰিলোঁ। সুধিবলৈ বাধ্য হলোঁ, "তাইৰ কি হল?"

"তাইৰ আৰু কি হব? তাই পুৰা নিজৰ মতলব মতেই কাম কৰিলে। আমাৰ মনোহৰকে নিঠৰুৱা কৰি গ'ল। মানুহটোৰহে এতিয়া চাগে কি অৱস্থা! তাই হাৰামজাদীয়েতো তাৰ মান-সন্মানৰ মূৰ খালেই।"

"মানে কি হল? ইমান ডাঙৰ কথা এটা ঘূৰাই পকাই নোকোৱাই ভাল। তাই খাই পাত ফলা কাম কৰিলে?"

তাতকৈ বহুত বেছি। কিজানি কেবা মাহৰে পৰা তাই লুকাভাকু খেলি আছিল। এদিন সজাৰ পখী উৰি গ'ল।

'গুচি গ'ল?'

'ছুটা লৰা-ছোৱালীৰে সৈতে তাই নিলাজীয়ে কাশ্যপৰ ঘৰ গুৱনি কৰিবলৈ গুচি গ'ল।"

"মনোহৰে একো হকাবাধা নিদিলে?"

'কি দিব? তাৰতো মান-সন্মান বুলি কথা এটা আছে!"

মই বৰ অস্থিৰ হৈ পৰিলোঁ। খুড়ীৰ আগত মনৰ দুখ লুকুৱা-বলৈ চেষ্টা কৰিলোঁ। কথাটো শুনিয়েই মই খুড়ীৰ মুখলৈ চাব নোৱাৰা হলোঁ। কাৰণ, কথাটো কোৱাৰ আগতেই মনোহৰৰ লগত মোৰ বিশেষ সম্পৰ্কৰ কথা ভালকৈ সোঁৱৰাই দিলে। আগৰ অকল-শৰীয়া মনোহৰ যে আকৌ অকলশৰীয়া হৈ পৰিব এই কথা ভাবি মই ইমান দুখ পালোঁ যে এই দুখ নৰেশ্বৰৰ মৃত্যুৰ বতৰা শুনি পোৱা দুখৰ সমানেই।

মোৰ মতামত কি হব পাৰে তাকে শুনিবলৈ উৎসুক হৈ খুড়ীয়ে মোৰ ফালে খুব মনোযোগেৰে চাই থাকিল। মই কিন্তু একো নকলোঁ। মই আঁতৰি আহিলো। লৰালৰিকৈ কাপোৰ-কানি পিন্ধি চোতালৰ

একাষে তামোল জোপাত আওজাই থোৱা চাইকেলখন হাতত ললোঁ।

চাইকেলখনৰ অৱস্থাও গাৰঁৰ বোকা-পানীৰ বাটৰ লগত খাপ খোৱা। পেদেলৰ ভৰি থোৱা ঠাইত কেৱল লোহাৰ মাত্ৰিডালহে ওলাই আছে। বিশেষ কায়দাত হেঁচি দিলেহে বেলটো বাজে। উঠি লৈ চাইকেলত প্ৰথম গতি দিবলৈ আসুৰিক জোৰ লাগে। তথাপি এনে এখন চাইকেলেই আজি মোৰ কাৰণে অগতিৰ গতি। মনো-হৰৰ লগত পোনপটীয়া সংযোগৰ একমাত্ৰ উপায়। বহুত দিন চাই-কেলত উঠা নাই। সেয়েহে অলপ দূৰ চাইকেল মাৰোঁতেই কৰঙন দুটা বিষাবলৈ ধৰিলে। বাককৈ কপৌ পুখুৰী পালোহি। এতিয়া কপৌ পুখুৰীৰ পাৰে পাৰে কৃষ্ণচূড়া। পুখুৰীৰ চৌদিশে ৰঙৰ পয়োভৰ। এজোপা কৃষ্ণচূড়াৰ তলত এখন বাঁহৰ বেঞ্চি। তাতে বহিলোঁ। বৰ ভাল লাগিল। দীঘল-বহল পুখুৰীটোৰ পাৰত সদায় বতাহ বলে। পুখুৰীৰ পানীৰ সমতল এতিয়া পদুমে আবৰি আছে। ভাবিলোঁ, এই পুখুৰীৰ নাম হব লাগিছিল হয়তো ৰঙা পুখুৰী নাইবা পদুম পুখুৰী। পিচে ইয়াৰ নাম আকৌ কপৌ পুখুৰী। কিজানি এইটো নামৰ অৰ্থ আছে। বোপা-ককাৰ দিনত ইয়াৰ দাঁতিত কিজানি হিজল, চটিয়না, পমা আদি গছে পুখুৰীটো গহীন কৰি ৰাখিছিল। পাৰত বিধ বিধ চৰায়ে হয়তো গীত জুৰিছিল। সময়ে সময়ে কিজানি কপৌয়ে কণ দিছিল। কিজানি সেই সময়ৰ ডেকা-গাভৰুৰ গোপন মিলনৰ মধুৰ বতৰা কপৌৱে কণ দি দি জনাইছিল। পীৰিতি যুগে যুগে একে। ইয়াৰ আকাৰ বদলে, প্ৰকাৰ সলনি নহয়।

এনেকুৱা কোমল কোমল কথা মনলৈ অহাত মোৰ গাটো নতুন চেতনাৰে উম লাগি গ'ল। তিনি বছৰৰ আগৰ অস্থিৰ পাট গাভৰু-বোৰ চাগৈ এতিয়া গায়ে-পায়ে কথাই-বতৰাই গহীন হ'ল। তেতি-য়াৰ উতনুৱা লৰাবোৰ চাগৈ এতিয়া বেলেগ হল; সিহঁতৰ মন বিৰি-খৰ জোখ পাবলৈ টান হৈ পৰিল। সোণাইৰ পাৰৰ বিৰিখক আৰু ইয়াৰ তিৰবিৰ কৰা সোঁতক সাক্ষী কৰি কত ডেকা-গাভৰুৱে চাগৈ

নতুন জীৱনৰ আখৰা পাতিলে। বৌটি, খুড়ীদেউ, পুৰী জেঠাই, ভানু পেহী, আৰু মনজুৰ তাঁহঁতে মোক এইবোৰ কথাৰ উমান দিব লাগিছিল। বোধকৰো নতুন চামৰ প্ৰেম-পীৰিতিৰ কথা জানিবলৈ তেওঁলোকে চেষ্টা নকৰে নাইবা নাজানে। সেয়েহে এওঁলোকৰ পৰা শুনিছো,—নৰেশ্বৰ, হেমপদ্ম মহীন্দ্ৰ আৰু বসন্ত হাজৰিকাৰ মৃত্যুৰ কথা। অসহ্য। মৃত্যুৰ খবৰ নহয়, এক অসহনীয় সতৰ্ক-বাণীহে। আকৌ শুনিব লগীয়া হ'ল. মোৰ অতি পছনৰ মানুহ মনোহৰ কথা তাৰ অপেশ্বৰী যেন তিৰোতাজনীৰ দেহ-মন হৰক-তৰক হোৱাৰ কথা।

'কথাতে কয় বোলে হাতীচুং জাজৰি কথাৰ ফালে আজৰি।' ইয়াৰ অৰ্থ হ'ল ইয়াত কথা-বতৰাবোৰ তিলকে তাল হৈ ওলায়; সঁচা-মিছা বাছি উলিওৱা বৰ টান হৈ পৰে। সেয়েহে মনোহৰক লগ পাবলৈ আহিছোঁ। কপৌ পুঁখুৰী এৰিলোঁ। কুজিডাঁহ হাইস্কুলৰ আগৰ ভেলো-তলৰ জুমটোৰ কাকো মনোহৰৰ কথা সুসুধিলো। বেজৰ চুকত মাজুকণক পায়ো মনোহৰৰ কথা জানিবলৈ একো আগ্ৰহ নেদেখুৱালোঁ। সিহঁতক পাকে-প্ৰকাৰে জনাবলৈ চালোঁ যেন তিনি বছৰ প্ৰবাসত থাকি মই মনোহৰক মনৰ পৰা মছি পেলাইছোঁ। অথচ হাতীচুং মৌজাত মোৰ একমাত্ৰ আকৰ্ষণৰ থল হ'ল মনোহৰ,— মনোহৰ কলিতা। কাৰণ, তাৰ প্ৰাণকুণ্ডৰ পৰিধি বিশাল। আৰু সি সময়তকৈ আগবঢ়া বিধৰ মানুহ। জীৱনে তাক কোনো দিনেই আমুৱা নাছিল আৰু মোৰ ধাৰণা যে এই 'দুৰ্লভ মনুষ্য জন্ম'ই তাক কোনো দিনে নমুৱাব।

বেজৰ চুক আৰু চমুৱা গাওঁৰ মাজৰ পথাৰখন ছুফাল কৰি থোৱা আলিটোৱেদি অকলে চাইকেল মাৰি মাৰি মই মনোহৰৰ কথাই ভাবিছোঁ। মনোহৰ সাধাৰণৰ ব্যতিক্ৰম। জীৱনটোৰ জুতি লৈ চাবলৈ সি যে কত ধৰণৰ কাম নকৰিলে! সি স্বৰাজ পোৱাৰ সময়ৰ মেট্ৰিক। কলেজত পঢ়িবলৈ নোপোৱাৰ বেজাৰতে এবছৰ ৪ পুৰা মাটিত অকলে কুঁহিয়াৰ খেতি কৰি গওঁৰ চমকালে। বহুতে ভাবিলে

যে গুড় বেচি পোৱা টকাৰে সি দুবছৰমান কলেজত পঢ়িবগৈ। তাকে নকৰি সি এবছৰ গাৱেঁ গাৱেঁ ভাওনা কৰি ফুৰিবলৈ ধৰিলে। ফলত কবচুং সত্ৰৰ পৰা হেমাৰবড়ি সত্ৰলৈকে আৰু জলমৈ গাৱঁৰ পৰা জাগী ভকত গাৱঁলৈকে সকলোৱে তাৰ নাম লোৱা হ'ল। তাৰ পাচত আকৌ মনোহৰৰ নতুন জীৱন। সোণাইৰ পাৰৰ গাওঁবোৰৰ পৰা মৰাপাট কিনি হয়বৰগাৱঁৰ দালালীয়া কেঞাক বেচি ভালেমান ধন উপাৰ্জন কৰিলে। এনেতে তাৰ ধন ঘটা মনটোত কেপা লাগিল। সি আমাৰ অঞ্চলটো এৰি যাবলৈকে থিৰাং কৰিলে। তাৰ মনত ভাব হল—ইয়াত থকাৰ কোনো অৰ্থ নাই। গাওঁবোৰ চব একে। ইয়াত এটা দিনৰ লগত আন এটা দিনৰ তফাৎ নাই। এটাৰ প্ৰেমৰ লগত আন এটাৰ প্ৰেমৰ অদ্ভুত মিল। এটাৰ চিন্তা-ভাবনাৰ লগত আনটোৰ ভাবনাৰ অমিল বিচাৰি পোৱা নেযায়। ইয়াত জীৱন বৰ মন্থৰ। ইয়াত বেগী মন জথৰ হৰ খোজে।

সি হঠাৎ গাওঁ এৰিলে। কামৰূপৰ যাত্ৰা পাৰ্টি এটাত সোমালগৈ। তাত এবছৰ থকাৰ পাচত শুনা গ'ল যে মনোহৰ আজিকালি চাপানলাত থাকে। তাত সি বেতৰ ঠিকাদাৰ। মিছাত মিলিটেৰীক বাঁহ-বেত জোগায়। এবাৰ শুনা গ'ল যে মনোহৰ উজনি অসমৰ চাহ বাগিচা এখনৰ কাষত ভাওৰ গেলামালৰ দোকান দি আছে। গাদীৰ ওপৰত বহি থাকি বস্তু বেচা কামটো নিশ্চয় তাৰ পছন্দ নহল। আকৌ সি মৰিয়ানী জংচনত চাহৰ ষ্টল এখন ভাকি ললে। তাতো সি সন্তুষ্ট নহল। কলিকতাৰ গেঞ্জি-মোজাৰ কোম্পানী এটাৰ এজেণ্ট হৈ অসমৰ প্ৰায়বোৰ ঠাই ঘূৰি ফুৰিবলৈ ধৰিলে। এবাৰ গেঞ্জি আৰু মোজাৰ নমুনা কিছুমান লৈ মাজুলীলৈ যাওঁতে চুমৈমাৰী আৰু বনগঞা নামৰ মিচিং গাওঁ দুখনে আৰু মিচিং মানুহ-বোৰৰ জীৱন কটোৱাৰ ধৰণে তাক বৰ আকৰ্ষণ কৰিলে। ফলত কলিকতীয়া কোম্পানীটোৰ কাম আৰু দুমাহেই নকৰিলে।

সি বনগঞাৰ মিচিং চাওত থাকিবলৈ ললে। তুখন নাও কিনি ললে। তাৰ এতিয়া কাম হল মাজুলীৰ পৰা মাহ-সৰিয়হ কিনা আৰু নাৱেৰে সিপাৰলৈ নি অধিক দামত বেচা। এইটো ব্যৱসায়ত তাৰ যথেষ্ট লাভ হৈছিল। আনকি সি ডিজেল বাছ এখনো কিনি লাইনত দিছিল। পক্ষীৰাজ নামৰ এই বাছখন কমলাবাৰী ঘাটৰ পৰা বদতিঘাটলৈকে চলিছিল; সি মাজুলীৰ এটা লেখত লবলগীয়া মানুহ হৈ পৰিছিল। বহুতে ভাবিছিল যে মনোহৰে মাজুলীৰ ডাঙৰ ডাঙৰ ঠিকাবোৰ লব আৰু মাছপুঠি থকা ভাল ভাল বিলবোৰ ডাকি লৈ আৰু প্ৰতাপী হৈ পৰিব। কিন্তু আমাৰ মনোহৰক বুজি পোৱা কঠিন। এদিন সকলোকে অবাক কৰি তাৰ পক্ষীৰাজ নামৰ ধুনীয়া বাছখন অৰবিন্দ দাসক বেচি পেলালে।

বাছ বেচাৰ এমাহৰ পাচতে মনোহৰ নগা পাহাৰলৈ গৈছিল। কি উদ্দেশ্য লৈ ভয়াবহ ঠাইলৈ সি গুচি গ'ল, কোনেও ইয়াৰ উৱাদিহ নেপালে। তাৰ ভৰ ডেকাকালটো পাৰ হ'ল। তথাপি মনোহৰে থিতাপি লগ নুখুজিলে। জীৱন পথত মানুহৰ পদচিহ্ন বিচাৰি সি হাবাথুৰি খাই পৰিল। বহুত মানুহ সি লগ পালে। বহুতৰ লগত তাৰ হৃদয়ৰ সংযোগ স্থাপন হ'ল। বহুত গোপন আনন্দৰ সুযোগ সি লাভ কৰিলে। বহুত মানুহৰ ভীৰ আৰু জীৱনৰ ছন্দই তাক মুহি পেলালে। জীৱন দেৱতাৰ মোহনীয় মূৰ্তি দেখি সি ভোল গ'ল। তাৰ নিজৰ কাৰণে ভাবিবলৈ সময়কে নহল।

কোনোবা কুহকিনীক একেবাৰে নিজৰ কৰাৰ চিন্তা কৰিবলৈ তাৰ আজৰি নহ'ল। সি মোক কয়, 'বুইছ, সৰুমণি, আজি যিখন নৈ কাইলৈ আকৌ একেখন নৈ হৈ নেথাকে। কাইলৈ আকৌ নতুন পানীৰ সোঁত। সেই কাৰণেই নৈয়ে আমাক আমুৱাব নোৱাৰে। সেই কাৰণেই মানুহকো ভাল লাগে। আজি মই যিটো মানুহ, কাইলৈ আকৌ বেলেগ এটা মানুহ। আৰু বেলেগ বেলেগ একোটা মানুহ হবৰ বাবেই বেলেগ বেলেগ ধৰণে নিজক সাজুৰিব লাগে। জীৱনৰনো আৰু কি বিশেষ অৰ্থ থাকিব পাৰে? ইয়াৰ একমাত্ৰ

অৰ্থ হল— বেলেগ বেলেগ সোৱাদ লোৱা। তইঁতৰ ভাষত হল— অভিজ্ঞতা।'

চৰ কথা খৰচি মাৰি কয় কাৰণেই মনোহৰক বৰ ভাল লাগে। সি মানুহৰ প্ৰধান দুৰ্বলতা ভয়ক জয় কৰিলে। এয়া কম কাম নহয়।

মনোহৰৰ কথা ভাবি ভাবি কেতিয়া গেড়াবৰড়ি পালোহি তৰ্কিবলৈকে নহল। হৰ হাজৰিকাই গলাৰ শিৰ ফুলাই মাত লগালতহে চেতনা আহিল। হৰ ককাই বৰ হুলহুলীয়া মানুহ। সি কলে, 'হেৰ, তই কুজি ভাঁহৰ বলোৰ ভায়েক নহয় জানো? সেই যে আগতে এবাৰ কলিকতাত এম-এ পঢ়িছিল?" মই কলো, "হয় ককাইদেউ, মই এম-এছাচ পঢ়িছিলো।' সি থিতাতে মাত লগাগে "সেইডাল পঢ়াক 'এমেচি' বুলি জানো। মাতিবলৈ দিগদাৰ কাৰণেহে এম-এ বুলি কলোঁ। মূৰ্খ মানুহ সোপাই, নেজানিলে বেয়া নেপাবি। তই আৰু তিনি বছৰ নাছিলি নহয়। কিয়?" মই কলো, "বাকীছোৱা শেষ কৰি আহিলো হৰই কলে, সেই ছোৱা কি নেলাগে কব। কিজানি বুজি নেপাম।'

হৰ ককাইদেৱে ঘৰলৈ নিবলৈ খট বান্ধকৈ ধৰিলে। মই মনোহৰক লগ পোৱাৰ অতি দৰ্কাৰ বুলি কোৱাত সি ক'লে,—বাৰু যা। উভতি আহোতে সোমাবি। এৰা বোপাই, মনোহৰৰ কথা ভাবিলে বেয়া লাগে। মানুহটোৰ কি নাছিল আৰু পালে কি? তাই পুৰা কেঁচাইখাতী। তাই আৰু কাৰ কাৰ তেজৰ জুতি ল'বলৈ পাতি আছে ঠিক নাই। এই মোক খা, মোক খা চেহেৰাৰ ছোৱালীবোৰ কিজানি কেনেকুৱাই।'

হৰ ককাইদেৱে এহাতে তমাল আৰু এহাতে দাখন লৈ ঘৰত সোমাল। মই তাৰ মাতটো শুনিলোঁ—বিন্দা, সৰুমণি আহিব পাৰে দেই। এতিয়া দৰভিয়ালৈ গৈছে। সি দেখাত বেলেগ হৈছে। কাণৰ কাষৰ কেৰেচটো গাল পাইছেহি।"

হৰ ককাইদেউৰ যে যোজে মৰমটো। গাৰঁৰ জীৱনত মই মৈৰ গতি বিধ্বৰি নেপাওঁ। এইটোৰেই মাজে মাজে মোৰ গাৰঁৰ প্ৰতি অসক্তি নাইকিয়া কৰে। তথাপি গাৰঁলীয়া মানুহৰ মৰম চেনেহৰ কথা ভাবিলে ইয়াতে দেহ নিপাত কৰিবৰ মন যায়।

হৰ ককাইদেউৰ মতামত শুনি পিচে মোৰ মনটো ভাল নেলাগিল। ৰাজতা কি এনেকুৱা বিজতৰীয়া ভিৰোতানে? কি জেউতিয়ে তাই আমাৰ মনোহৰক মুহিছিল? তাই কেঁচাইখাতী নহয়। তাই উঠি অহা গাভৰু। এই বয়সত তাই ভাবস্তুৰ সকলো বনবিৰিখতে ফুল দেখে, সকলো চৰাই চিৰিকতিৰ মাততে গীত শুনে, সোণাইৰ প্ৰতিটো সোঁততে নাচোন দেখা পায়। অথচ আমাৰ মনোহৰ গহীন। খোজত তাৰ ধৰণী কঁপে। তাৰ গলগলীয়া মাতটোৱে কিজানি নাৰীজাতিৰ কলিজাবোৰত ধুমুহা তোলে। অথচ ভালকৈ লক্ষ্য কৰিলে বুজা যায়, সি যেন হাবিৰ বৰ গছ জোপাৰ দৰেই নিৰ্বিকাৰ। এনে এটা মানুহক বজিতাই পাকত পেলোৱা সহজ কথা নাছিল। মনোহৰে কয়, ‘দেহতো তাইৰ যাদু, লগতে বয়সবো যাদু। এটা যাদুৱে ইটো যাদুৰ লগত ফেৰ মাৰি চলিছে। অথচ তাই নেজানেই যে তাইৰ যে ইমান সম্পদ আছে। সামান্য কাপোৰেৰে সোণাইত তাই চিলনী সাঁতোৰ দিয়া চাই ভাল লাগে। মেটেকা আজুৰি আনি পাৰত তাৰ শিপাৰ পৰা ওলোৱা মাগুৰ মাছবোৰ ধৰা চাই ভাল লাগে। মই এটা কথা ভাবো তাইৰ বাৰু কি ভাল লাগে? মোৰ অনুমান হৈছিল, গাঁঠি ঢুলীয়াৰ ছোৱালী হিচাপে চাগৈ তাইৰ ঢোলৰ মাতটো ভাল লাগে পাহোৰাল ভেকুৰ নাচ ভাল লাগে, নাইবা ছুকুল ওপচোৱা দেহটোৱে বিচৰা আদৰবোৰ ভাল লাগে। তাইৰ লগত ছমহীয়া চিনাকিৰ পাচত সুধি পেলালো: বজি, তোৰ বাৰু কি ভাল লাগে? তাই পোণ উত্তৰ নিদি কলে: তোমাৰ বাৰু কি ভাল লাগে। মোক ভাল নেলাগে? ইয়াকে শুনি মোৰ এই বয়সতো গাটো ৰাই-জাই

লগা স্বাভাৱিক। সেয়েহে তাইৰ গোটেই গাটো চকুৰে চেলেকি চালোঁ আৰু লক্ষ্য কৰিলোঁ, উৎপতীয়া ছোৱালীজনী অসম্ভৱ গহীন হৈ পৰিছে আৰু চকু-মুখৰ লাজে তাইক তেনেই পৰী যেন কৰি তুলিছে। মই হয়তো সমাধান পাই গলোঁ। তথাচ ( আমাৰ হাতীচুং মৌজাত তথাপিতকৈ তত্রাচ বেছি চলে )—সুধিলোঁ, চৰ উত্তৰেই সঠিক উত্তৰ নহয়। কচোন, আচলতে কি ভাল লাগে? সোণাইৰ পাৰৰ মাটিত ওলাই থকা ভাঙৰ ঔগছৰ শিপা এডালত বহি এন্ধাৰ-বৰণীয়া চুলিবোৰেৰে ভাঙৰ খোপা এটা বান্ধি তাই ক'লে—জোনাক বৰ ভাল লাগে। নৈৰ পাৰৰ জোনাক। পাৰে পাৰে গোটেই ৰাতিটো তহলি ফুৰিবৰ মন যায় চাৰি বেৰৰ মাজত বৰ এন্ধাৰ......'

আৰু জীৱনক ভাল পোৱা এনে এজনী ৰজিতাই এতিয়া বহুতৰ চকুত 'বেভিচাৰিণী' 'কেঁচাইখাতী' 'বিজতৰীয়া'! মোৰ যে কথা-বোৰ সাঁথৰ সাঁথৰ লাগিছে।

গেডাবৰড়ি পাৰ হৈ চাকোলা ঘাট পালোঁ। মোৰ এটা সন্দেহ হল। মনোহৰক মই ঘৰত নেপাবও পাৰোঁ। এতিয়া গাইদনী দিয়া সময়। মানুহৰ ঘৰৰ দুই একৰ চোতালত বঙা মেখালা পিন্ধা বাৰ্দ্ধনী দেখিছো। মোৰ ভাব হৈছে, মনোহৰে নিশ্চয় আকৌ ভলাৰ বগৰী হোৱাৰ ধান্দাত আছে। এইবাৰ নিশ্চয় সি ওপজা ঠাইখন একেবাৰে এৰিব আৰু এদিন 'ক'ৰবাৰ নজনা-নুশুনা ঠাইত নজনা-নুশুনাভাৱে মৰিব। কিন্তু মই এনেকৈ ভবা অনুচিত। নিজৰ ঠাই-খন তাৰ ভাল নলগাহেঁতেন সি শেষত ইয়ালৈ নাহিলেহেঁতেন। সি নগা পাহাৰত ঠিকাদাৰ হৈ বহুত টকা আৰ্জিছিল। তাৰ এখন জীপ আৰু এখন এম্বাছেডৰো আছিল। সক পথাৰত ঘৰ এটাও সাজিছিল। সি নাগিনী এজনী বিয়া কৰোৱাৰ কথাও আছিল। কিন্তু মনোহৰ সঁচাকৈয়ে এক ব্যতিক্ৰম পুৰুষ। গাড়ী-চাবী বেচি সি ভালেমন টকা লৈ দৰঙিয়ালৈ আহিল। আগৰ ঠাইতে ( সোণাইৰ পাৰত ) প্ৰকাণ্ড ঘৰ এটা বান্ধিলে। বগিচা ফুলনি বনালে। এটা

মাছৰ পুখুৰীও খন্দালে। ওচৰৰ কেইট হালিচামান মাটি কিনি লৈ ভাত পাতিলে হাঁহ-কুকুৰাৰ 'ফাৰ্ম'। দৰজিয়াল পথাৰত সাত পুৰা মাটি কিনি হালোৱা লগোৱাই খেতিও কৰালে। মনোহৰৰ দৰজিয়ালৰ ঘৰখনত এতিয়া "গোহালিত গৰু, পুখুৰীত মাছ আৰু বাৰীত তামোল-পাণ।" আৰু সৌ সিদিনালৈকে আছিল দুটা লৰা-ছোৱালীৰ লৈতে তাৰ মনৰ মানুহজনী। এতিয়া চাগে সকলো ওলট-পালট হৈ গল। তাক এনে সময়ত চাগে ঘৰত পোৱা নেযাব। কাৰণ তিবোতা নথকা মানুহৰ ঘৰত মন নবহে।

সি নগা পাহাৰৰ পৰা অহাৰ কাৰণো অদ্ভুত। সি কৈছিল সৰুমণি, তই চব কথাই সুধিলি, কিন্তু আচল কথাটোকে নোসোধা দেখি স্তম্ভিত হৈছো। ডুকুৰিৰ দেওনা পাৰ হোৱাৰ পাচত আকৌ ঘৰৰ পো ঘৰলৈ কিয় ঘূৰি আহিলো, তাৰ কিবা কাৰণ নাই বুলি ভাবনে? প্ৰথম কথা হল, বহুত ঠাই ঘূৰিলোঁ আৰু বহুত মানুহৰ লগত মিতিৰালি হল যদিও শেষত ভাব হল নিজৰ ঠাইহে আচল। নিজৰ আত্মাক নিজৰ মানুহেহে চিনি পায় আৰু মযো নিজৰ মানুহখিনিৰ আত্মাকহে চিনি পোৱা সম্ভৱ। তদুপৰি নগালেণ্ডখন মোৰ ভাল নলগা হল টকাই সিহঁতৰ বিদ্ৰোহী মনবোৰ কিনি পেলালে। শিক্ষিত মানুহ চাম বৰ বেছি চাহাবী হৈ পৰিল। মোৰ পিচে চাঙৰ নগাকহে···"

গতিকে মনোহৰক ঘৰত পামগৈ বুলি খৰধৰ কৰি যোৱাৰ অৰ্থ নাই। বহুত দিন চাইকেলত উঠা নাই কাৰণে ভাগৰো লাগিছে। ভোকো লাগিছে। আৰু এবেগুমান বাট গলেই ভুতুকী বাইদেউৰ ঘৰ পাম। তাতে অলপ পৰ সোমোৱাৰ কথা ভাবিলোঁ। হয়তো বাইদেৱে ভাত খাবলৈ ৰাখিব। তাৰ আগতে পইতা ভাত খাই পেটটো আধাডুখৰীয়াকৈ পূৰাব লাগিব। পইতা ভাতৰ লগত নিশ্চয় পোৰা মাছ, গাঁজ টেঙা, বগৰী গুড়ি আৰু ফিৰিঙি জলকীয়া পাম।

মই গৈ আছোঁ। এনেতে এটা মিঠা মাত শুনি চাইকেলৰ

পৰা নামিলোঁ। পঢ়ুলিৰ আগৰ ভাঠ পাতৰ বকুল জোপাৰ তলত আমাৰ চানেকী মাহীয়ে থিয় দি মোক মাতিছে, "হেৰৌ সৰুমণি, নোচোৱাই হলি দেখোন।" চানেকীক মই কিয় মাহী বুলি মাতো নিজেই বুজি নেপাওঁ। এদিন মাহী বুলি মাতিলোঁ। তাই 'ও' বুলি কলে। ইমানেই ছুদিনমানৰ পাচত এদিন মোক পাই তাই ক'লে, মাহীয়েৰক পাহৰিলিয়েই হবলা? তোৰ মাহীয়েৰ যেতিয়া মই তোৰ 'গাৰ্জেন'। বুজিলি? ক'ৰবাত কাৰবাক পাকত পেলোৱা গম পালে তোৰ তৰ্থনি বাজ কৰিম।" ইয়াকে কৈ মোক জোকাবলৈ ধৰিলে। অথচ তাইৰ বয়স প্ৰায় মোৰ সমানেই। আমাৰ এতিয়া কাৰো আচল ডেকা কালটো নাই।

মই সুধিলোঁ, 'ভালনে?' তাই কঁকালত সুন্দৰ ভাঁজ এটা দি ক'লে "ইমান দিনৰ মূৰত দেখিছোঁ, এতিয়া ভালনে বুলি সুধি গুচি গলেই হবনে? বল, ঘৰলৈ বল।"

তাইৰ লগত ঘৰলৈ সোমাই গলোঁ। নঙলাত চাইকেলখন আওজাই থৈ চাবি মাৰি দিলোঁ। চানেকীৰ ঘৰখন আগৰ দৰেই নিচলা। এনে অৱস্থাতো তাইৰ চেহেৰাটো হলে বেছ চহকী। কঁকালৰ তলত দেহৰ দুয়ো ফালে সুন্দৰ ধেমুভিৰীয়া ঘেৰ। ঠিক আগৰ দৰেই। বুকুত আগৰ দৰেই যোৱান কালৰ গৰ্ব। তাই অকণো পোটোকা পৰা নাই। আচৰিত কথা যে কিছুমান ছোৱালীৰ ক্ষেত্ৰত বয়সে হাৰ মানে।

'বৌটিয়েৰ নাই?'

'যোৱা বছৰ কাল হল।'

'এস হয়নে কি? মই যে ক'ত খবৰ নেপাওঁ।'

'ভাত মুঠিকে খাই যা '

'খাম বাৰু। বহুত দিন আবিয়ৈ ছোৱালীয়ে বন্ধা ভাত খোৱা নাই। এটা কথা, চানেকী, তোক মই মাহী বুলিছিলোঁ। মনত আছে?'

'আছে। দিনবোৰ সলনি হৈছে। এতিয়া এনেকৈ আলহ-উদহকৈ মাত এষাৰ দিয়া লৰা নায়েই। পুৰণা হৈ গলোঁ। নহয়!'

'নহয় দেই। এতিয়াও তই বহুতক জ্বলাকলা কৰিব পাৰি। কোন অৰ্থত কলোঁ, বুজিলিনে?'

'তইতো কথা তেনেকৈয়ে কৰ। পিচে তই এতিয়া ক'ত?'

'আগৰখন কলেজতে। অলপতে আকৌ পঢ়াশুনা কৰি ঘূৰি আহিলোঁ।"

'অ', সেয়েহে দেখা নাই। নহলে তই এবাৰ মোৰ খবৰ কৰিলি-হেঁতেন। পিচে, ঘৈণীয়েৰৰ ভাল?

'ভাল।'

'লৰা-ছোৱালী কেইটাৰ এক!?'

'ভালেই। সিহঁত ডাঙৰ হল। এতিয়া আমাৰ লগ নলয়।'

'এতিয়া আহিলি কিয়?'

'মাটিবাৰীৰো গণ্ডগোল আছিল। তাৰে ভু লবলৈ আহিলোঁ।

তাইৰ কথাবোৰৰ উত্তৰ দি আছোঁ আৰু লগে লগে আন কথাহে ভাবিছো। তাইৰ পূৰঠ মুখখনৰ কোমল কোমল ভাবটো এতিয়াও একে হৈয়ে আছে। হাঁহিলে ওঠৰ কোণ দুটা ওপৰলৈ উঠে। গালত দুটা টোপ পৰে। দুষ্ট দুষ্ট লগা ধূনীয়া চকু দুটাৰ কিনাৰৰ ছালখন ফিটফিটীয়া, ক'তো অকণো আঁক নাই। তাইৰ কথাতকৈ চকুৰ ভাষাৰ অৰ্থ বেছি। দেখি ভাব হয় যেন তাইৰ এইহাল চকুৰ পৰা এই বয়সতো কৌতুহল হেৰাই যোৱা নাই। তাইৰ কৰণে জীৱন আৰু পৃথিৱী এতিয়াও নতুন। সেই কাৰণেই চানেকীক আগতকৈ বেছি ভাল লাগি গ'ল।

ভাত খোৱাৰ সময়তহে তাইক এটা কথা সুধিবলৈ সময় হ'ল। খুব প্ৰয়োজনীয় কথা: তই অকলেই থাকনে কি? তাইৰ উত্তৰ অসাধাৰণ: অকলে থাকিবলৈ কি মোৰ ভাগজ নাই? 'ব্লকত প্ৰাম

সেৰিকাবোৰ অকলে অকলে কেনেকৈ থাকে? আমি কিবা পানীয়ে মৰা যাওঁ? অ', বুজিলোঁ। তই মতলবী। অ' নহয়, নহয়, এনেয়ে কলোঁ। বেয়া নেপাবি। তই আকৌ আজিকালি 'প্ৰফেছৰ' নহয়। অ' বুজিছোঁ, মোৰ ঘৰত আৰু কোন কোন আছে, তই পাহৰি গলি। এতিয়া কেৱল মোৰ ভাইটোহে আছে। এতিয়া তাক ডেকা হাৱাই পাইছে। সি বাছৰ কণ্ডাক্টৰ। কুজিডাঁহেদি বেবেজীয়া হৈ টাউনলৈ যোৱা বাছখনৰ। পষেকটোত দহ দিনমান ৰাতি ঘৰলৈ আহে। কৰবাত মদ খাবলৈ পালে ঘৰলৈ নাহে। মই কওঁ—হেৰৌ বজক পাৱ যদি এজনী লৈ আহ, ঘৰখন ঘৰ যেন লাগক আৰু ময়ো ভাই বোৱাৰীৰ হাতৰ ভাত মুঠি খাই সুখতে খেপেচীজনী হৈ পৰোঁ।

দুয়ো একে লগে খেক খেককৈ হাঁহিলোঁ। তাই হাঁহি মাটিত ঢলি পৰাৰ অৱস্থা। এনেকৈ হাঁহিব পৰাও কম সুখৰ কথা নহয়। সেই কাৰণেই কিজানি তাইৰ চেহেৰাটো এনেকুৱা হৈ আছে। তাই যেন একুৰা জুইহে। তাত মানুহৰ স্বাভাৱিক কামনাবোৰ গলি শেষ হৈ যাব খোজে। এতিয়াও বা কতক এই জুইয়ে দেই—পুৰি মাৰিছে ঠিক নাই।

বেলি লহিয়ালে। তৰ্কিবলৈকে নহল। চানেকীৰ ওচৰত সময় সংকুচিত হৈ গ'ল। ময়ো যেতিয়া ভোল গলো, তেনেহলে গাৱঁত চানেকীৰ উপস্থিতি বেছ মোহময়। অথচ মই চানেকীৰ যোৱা ছয় সাত বছৰৰ একো কথাই নেজানো আৰু জানিবলৈকো সময়-সুবিধা পোৱা নাই।

আহিবৰ সময়তহে তাইক আচল কথাটো কলোঁ। এনেয়ে এবাৰ বজিতাক দোষ দি চালোঁ। তাই একো নেমাতিলে। সেয়েহে মই পোনপটীয়াকৈ সুধিলোঁ "দোষ কাৰ? মনোহৰৰ নে তাইৰ?" চানেকীয়ে গাটো নচুৱাই নচুৱাই ক'লে, "অদৃষ্টৰ।"

"মই এনেয়েহে ওলালোঁ, চানেকী। মনোহৰক কিজানি ঘৰত

নেপাম। সি এতিয়া লাম্দাচাৰ মানুহ। ক'ত অনাই-বনাই ঘূৰি ফুৰিছে, ঠিক নাই।"

"তাক তই পাবিয়েই। সি কেতিয়াও ঠেক ছিগা নহয়। এলা-পেচা বিপদে তাক টলাব নোৱাৰে। মই মনো কাইক চিনি নেপাওঁনে? সি অনা-বনাই ফুৰা মানুহ নহয়। হাঁহ-কুকুৰাবোৰ আৰু পুখুৰীৰ মাছবোৰ এৰি সি ক'ত অনাই-বনাই ঘূৰি ফুৰিব?"

"সঁচা?"

"সঁচা।"

"চানেকী, তই মনোহৰক মোতকৈ বেছি বুজনেকি?"

"পুৰুষক পুৰুষে চিনা টান। তিৰোতাই পুৰুষক চকুৰ পচাৰতে চিনে।"

"তইনো কিমান বুজিলি?"

"মই মানুহটোৰ লগত কথা পাতি যি বুজিলোঁ, সি জীৱনটোৰ লগত লেটি-পেটি খাবলৈকো জানে এৰাবও জানে। জ্ঞানী মানুহ। সেয়েহে জীৱনটোক বৰ বেছি গুৰুত্ব নিদিলে।"

"ইমান তলিলৈকে বুজ ল'লি?" "লমতো!"

এই বুলি কৈ চকুৰে কিবা এটা কথা কলেনে কি ধৰিব নোৱাৰিলোঁ।

"তেনেহলে মই মনোহৰক জৰুৰ ঘৰত পাম?"

"জৰুৰ।"

মই আঙুলি দুটা তাইৰ আগত ধৰি কলো "ইয়াৰে এটাত ধৰ।" তাই তৰ্জনী আঙুলিটোত ধৰিলে। মই তাইক নাকত ধৰি জোকাৰি বিদায় ললোঁ।

চাকোলা ঘাটৰ পৰা দৰঙীয়াল গাৱঁলৈ চাইকেল চলাই আহোঁতে এতিয়া মই মনোহৰৰ কথা ভবা নাই। সি হেনো জীৱনক বিশেষ গুৰুত্ব নিদয়ে। চানেকীয়ে মৰ্ম্মবাণী শুনাই দিলে। অজানিতে মই চানেকীৰ কথাহে ভাবিলো। তায়ো এক ধৰণৰ ছোৱালী। তায়েহে

কিজানি জীৱনটোক গুৰুত্ব নিদিয়ে। তাইৰ মনৰ কথাহে কিজানি মনোহৰক লগত মিলাই দিলে। জীৱনত কিবা এটা উচিত বুলি ভবা মানুহেহে জীৱনৰ লগত হাবুডুবু খাই মৰে। কিন্তু আমাৰ চানেকী তেনে নহয়। সেয়েহে তাই ইমান আনন্দত থাকিব পাৰে আৰু এই আনন্দৰ জিলিকনিয়ে আনৰ জীৱনকো কিজানি পোহৰা-ইছে। চানেকাৰ জীৱন একে সুৰীয়া নহয়। তাই ন-গাভৰু থকা সময়তে সিহঁতৰ ঘৰত এহাল সোণাৰী আছিল। গাৱঁৰ মানুহৰ গহনা বনাইছিল। দিনত ঘৰৰ এটা কোঠাত সিহঁতে সোণৰ কাম কৰিছিল আৰু ৰাতি খেৰঘৰত শুইছিল। সিহঁত ভাটী ফালৰ সোণাৰী। এটাৰ নাম উদ্ধৱ আৰু ইটোৰ নাম সনাতন। সনাতন দেখনিয়াৰ আৰু অলপ চতৰ বতৰ। সনাতনৰ লগত তাইৰ কাণ্ড-কাৰখানাবোৰ বহুত বেছি উধালেগৈ। গওঁাই অৱশে বৌজাল-বৌজাল নলগালে। কিয়নো, সকলোৱে ধৰি ললে যে সনাতন সোণাৰীয়ে তাইক লৈ যাব। কিন্তু এদিন ৰাতিপুৱা সকলোৱে গম পালে যে সোণাৰী দুটা পলাল। গতিকে চানেকাৰ প্ৰথম পছনতে অথন্তৰ। তাৰ পাচত তাইৰ বিয়া-বাৰু হোৱা টান হৈ পৰিল। তাইক দেখি মোহ যোৱা বহুত পুৰুষ ওলাল, তাইক বহুতে খাতিৰ কৰিও ওচৰ চাপিল কিন্তু কোনেও তাইক বিয়া কৰিবলৈ নিবিচাৰিলে। তাই শেষত বোৱা-কটাৰ শিক্ষাও ললে। দুৰৈতহে চাকৰি পালে কাৰণে মাকক এৰি নগ'ল। অৱশ্যে এই অঞ্চলৰ মেল-মিটিং, মহিলা চৰ্চ্চা মণ্ডল, ৰাজনৈতিক দল—এইবোৰ সকলোতে তাই আছে। তাই ঘৰ-বুঢ়ী হৈ থকা নাই। অলপতে যোৰহাটত 'অঙ্গনাদি' বোলা ট্ৰেইনিং এটা লৈ আহিলগৈ। এতিয়া গাৱঁৰ তিৰোতাক কিবাকিবি শিকাই থাকে। চৰকাৰৰ ঘৰৰ পৰা মাহে ভেৰশকৈ টকা পায়।

মনোহৰ ঘৰত আছিল। চানেকীৰ কথাই সঁচা হ'ল। মোক দেখি মনোহৰে আচৰিত মানিলে। তাক একো বেলেগ দেখা নগল। আগৰ দৰেই জাকতজিলিকা পোছাক পিন্ধিছে। তাৰ দুডাল এডাল

চুলি পকিছে যদিও ভালকৈ লক্ষ্য কৰিলেহে দেখা যায়। স্বাস্থ্য একেই আছে। মুখত অলপহে বয়সৰ ছাপ পৰিছে। তাকো ভালকৈ চালেহে ধৰা পৰে। তাক দেখি মোৰ জমিদাৰ এটা দেখা যেন লাগিল। কথাও আগৰ দৰেই গহীন। তাৰ ঘৰৰ চাৰিওফালে প্ৰাচুৰ্য্য। চৌহদত মানুহে কাম কৰিয়েই আছে। সি মানুহবোৰক দিহা পৰামৰ্শ দি থাকোতেই মই পালোঁগৈ।

"তই অহাৰ কথা আছিল বুলিও জানো আৰু তই মোৰ ওচৰলৈ আহিবি বুলিও জানো। এতিয়া কি খাবি ক। আমাৰ অসমীয়া জলপান নে চাহাবী কিবা? মই গাৱঁত থাকিব পাৰোঁ। তত্ৰাচ, বীয়েৰ-হুইস্কিৰ 'ষ্টক' ৰাখো। এতিয়া বীয়েৰ দিয়েই আৰম্ভ কৰোঁ।" দীঘল চুৰট এটা হুপি হুপি থিয়েটাৰৰ ৰজাই কোৱাৰ আহিত সি কথাখিনি কলে। তাৰ মুখত অকণো চিন্তা ভাবনা বা অসন্তোষৰ চিন নেদেখিলোঁ। বিয়লি বেলাতে সুৰাপান কৰি আছে বুলি অৱশ্যে গম নেপালোঁ। কাৰণ, তাৰ গাৰ পৰা মই আতৰৰ গোন্ধহে পাইছো।

মই একো নমতা দেখি সি আকৌ ক'লে, "তই আৰামত বহি পৰা দেখি ভাল লাগিছে। অন্ততঃ মোৰ ঘৰখন আগৰ দৰেই নিজৰ ঘৰ বুলি ভাবিছে। আগতে অৱশ্যে পোনেই মদপানী যচা নাছিলোঁ। তেতিয়া তই ছাত্ৰ আছিলি। এতিয়া আকৌ ছাত্ৰ ছাৰ। বেয়া পাইছনে কি? কিহৰ লাজ? ফাঁকি দিলে নিজেহে পস্তাবি তেনে-হলে বীয়েৰেৰেই আৰম্ভ কৰোঁ?"

মই কলো "তোমাৰ যি ইচ্ছা। তোমাৰ আলহী যেতিয়া মই এতিয়া তোমাৰ কবলত।"

সি খিতাতে মাত লগালে, "মানে মাছ বুলি নেখাই জিজি বুলি খাবি? তইঁত শিক্ষিতবোৰৰ ভণ্ডামি মুগুচে।"

"ঠিক আছে পোনতে হুইস্কি আনিলেও মোৰ আপত্তি নাই। উপজিলো যেতিয়া চব খাইহে মৰিম। পাচত বিধাতাক কমগৈ—

মোক যতে ৰাখা তাতে থাকিম। পৃথিবীত নিজে যি পাৰোঁ ভোগ কৰি আহিছোঁ।" তাক সন্তুষ্ট কৰিবলৈকে মই এনেকৈ কলোঁ।

সি খেক্ খেক্কৈ হাঁহি পেলালে। হাঁহোতে তাৰ চকুৰ কিনাৰত আঁক নবহিল। তাৰ মুখখন আগৰ দৰেই নিমজ অথচ এই মুখৰ আঁহে আঁহে পৌৰুষৰ দীপ্তি। হাঁহিলে তাৰ বয়সটো আৰু দহ বছৰ কমি যায়। মনোহৰ এতিয়াও আকৰ্ষণীয়। এতিয়াও তাৰ চেহেৰাত ইটো জাতিক বিহ্বল কৰিব পৰা ক্ষমতা আছে। মই দেখি-শুনি যি বুজিলোঁ, কিছুমান মানুহৰ স্বাস্থ্য আৰু চেহেৰা এনেকুৱা যে মৰাৰ আগলৈকে জীৱনটো একে দৰেই চলাই নিব পাৰে। মনোহৰক দেখি কোনেও কব নোৱাৰিব যে তাৰ বয়স পাঁচ বছৰৰ আগতে ত্ৰিকুৰি আছিল। ৰোহিতাশ্বই বৰ পাইছিল সদায় ওঠৰ বছৰীয়া হৈ থাকিবলৈ। আমাৰ মনোহৰেও যেন কোনোবা অজান দেৱতাৰ পৰা বৰ পালে সদায় ,চল্লিশৰ কম বয়সত থাকিবলৈ।

খোৱা-বোৱা ভাল চলিল। তাৰ 'ষ্টক'টো অলপহে কমিল। বহুত কথা ওলাল। সি মোৰ কথা খৰচি মাৰি সুধি মোৰ পৰা ভালেমান স্বীকাৰোক্তি আদায় কৰিলে। তথাপি তাক আচল কথাটো সুধিবলৈ ইচ্ছা নকৰিলোঁ। ভাব হল—সি হয়তো বেয়া পাব। হয়তো সোণাইৰ পাৰৰ এই সুন্দৰ আবেলিটো আৰু সন্ধিয়াটো নষ্ট হৈ যাব। দুয়ো বহুত দিনৰ মুৰত লগ হোৱাৰ আনন্দটোও মাটি হব বুলি ভাব হ'ল। মনোহৰেও নিশ্চয় বুজি পাইছে যে মই ইচ্ছা কৰিয়েই ৰঞ্জিতাৰ কথা সোধা নাই। ৰঞ্জিতা ৰূপহী আৰু কথা-বোৰো বৰ মৰম লগা। দেহত যৌৱনৰ মনোমোহা বোজা। তাই এই সুন্দৰ ঘৰটোত এই অপৰূপ পৰিবেশত কেৱল সজাই থোৱা বস্তুৰ দৰে নাছিল। এই পৰিবেশক আৰু এই স্বচ্ছলতাক তাই স্বকীয়া চৰিত্ৰ দিছিল। সেয়েহে মই ৰঞ্জিতাৰ অভাৱ বৰকৈ অনুভৱ কৰিলোঁ।

পেটত ৰাগীয়াল বস্তু পৰাত মোৰ মনটো পাতল হ'ল আৰু

সংকোচো দূৰ হল। তথাপি মই ৰঞ্জিতাৰ কথা উলিয়াব নোৱাৰিলোঁ। মই ইমান নিষ্ঠুৰ হব নোৱাৰিলোঁ। কাৰণ, মনোহৰক মই আজি অতি সুখত থকা যেন দেখা পালোঁ। সিয়েই যদি একো ভবা নাই মই আনৰ কথা ভাবি মূৰ ঘমাও কিয়? মনোহৰ ৰজাৰ দৰেই আছে। ঘৰত দুটাই কাম কৰে। ফুলনিৰ কাৰণেও এটা তদুপৰি প্ৰথাৰত, হাঁহ-কুকুৰা পামত আৰু পুখুৰীত কাম কৰা মানুহবোৰতো আছেই। গতিকে তাৰ মানত নিঃসঙ্গতা কি বস্তু তাকে মোৰ দৃষ্টিৰে ধৰা পেলোৱা সম্ভৱ নহয়।

ৰাতি খোৱাৰ বাবেও বৃহৎ আয়োজন। মই লক্ষ্য কৰিলো, মনোহৰৰ ভোকটোও লোভৰ কাৰণে হোৱা ভোক নহয়, স্বাস্থ্যবান মানুহৰ ভোকহে। খাই থকা চায়েই ভাল লাগে।

"তই দুদিনমান থাকিবি নহয়?"

"থাকিম বুলি ভাবিছোঁ।"

"পৰহিলৈ এপাক আহিব পাৰিবি?"

"বতৰ ভালে থাকিলে আহিম।"

"তেনেকৈ ক'লে নহব। আহিবই লাগিব। নিমন্ত্ৰণ।"

"কিহৰ বাবে?"

"নকওঁ। মূঠতে আহিবি।"

মই ইয়াৰ একো অৰ্থ বুজিব নোৱাৰিলোঁ। খোৱাৰ পাচত আকৌ কথা-পতাত লাগিলোঁ। মনোহৰে মোক অকস্মাতে সুধিলে, "তোৰ বাৰু কিহত নিচা? নিচা মানে মই মদ-ভাঙ নিচাৰ কথা কোৱা নাই। মই জানো, কিবা এটাত নিচা নবহিলে বুদ্ধি-বৃত্তি থকা মানুহ সুখেৰে থাকিব নোৱাৰে।"

মই অবাক হলো। মই কাহানিও নিজৰ কিহবাত নিচা আছেনে নাই ভাবি চোৱা নাই। কিন্তু এতিয়া ভাবি পাইছোঁ—মোৰ এটা নিচা আছে। মই কলো, "মানুহক জানিবলৈ মোৰ বৰ ইচ্ছা। মানে মানুহৰ গোপন মনৰ কথা জানিবলৈ। মানুহতকৈ আকৰ্ষণীয়

আৰু একো হব নোৱাৰে। মানুহলৈ কৌতুহল আছে। মানুহক ভাল পাওঁ। মই সেয়েহে তোমাৰ কথাও যেনেকৈ জানিবলৈ বিচাৰো আমাৰ ঘৰৰ মৰকীয়া হাল-বোৱা হলধৰ হীড়াৰ কথাও তেনেকৈ জানিবলৈ বিচাৰোঁ। সেয়েহে ঘৰলৈ আহিলে, এমাহমান থাক নগলে মোৰ ভাল নেলাগে। মই আমাৰ মানুহবোৰক লৈ বহুত কাহিনী লিখিব বিচাৰো।"

মোৰ সমিধানটো নিশ্চয় মনোহৰে ভাল পালে। তাৰ হাতৰ দীঘল চুৰটটো নুমাই গৈছিল। আকৌ জুইশলা মাৰি জ্বলাই লৈ এহোপাৰ ধোঁৱাবোৰ তৃপ্তিৰে এৰি দি কলে, "এনে এটা নিচা তোৰ আছে বুলি আগৰে পৰাই জানো। প্ৰফেছাৰ যদিও তই সেই কাৰণেই নলগা জেণ্ডত লাগি ফুৰ। সেই কাৰণেই তোক ভাল লাগে। অৱশ্যে তোৰ লিখা গল্প-চল্প বোছ পঢ়া নাই। আনৰ মুখেহে তোৰ লেখাবোৰৰ কথা শুনিছোঁ। কিন্তু এইবাৰতো তই মোৰ বিষয়ে বেছি কৌতুহল দেখুওৱা নাই।"

এনে সময়তে ৰাজিতাৰ কথা উলিয়াব পাৰিলোহেঁতেন। কিন্তু মই – ইচ্ছা কৰিয়েই নুলিয়ালো। মনোহৰে যেনেকৈ মোক উদ্বেগত ৰাখিছে, তেনেকৈ তাকো মই ৰখা উচিত। কাইলৈ যোৱাৰ সময়ত কথাটো উলিয়ালে তাক মই কম সময়ৰ বাবে দুখী মনেৰে থকা দেখা পাম। এইটোও মোৰ কাম্য। সেয়েহে এতিয়া মই জোৰা-ফোন্দা মাৰি এনে এটা সমিধান বিচাৰি উলিয়ালো: মই এতিয়াই যাবলৈ ওলোৱা নাই নহয়। হয়াত থাকি বৰ ভাল লাগিছে। আমাৰ কুজিভাঁহৰ ঘৰতকৈতো বেলেগেই, থকা চহৰ খনতকৈতো বহুত বেলেগ। হয়তো কাইলৈ দিনটোও থাকি যাব পাৰোঁ। আৰু তোমাকনো মোৰ বুজিবলৈ কি বাকী আছে?

সি কলে, "মোক বুজিবলৈ তোমাৰ বহুত বাকী আছে। কাইলৈ বাৰু কম। এতিয়া শোৱাগৈ।"

এই বুলি কৈ মোক শুবলৈ কোঠাটো দেখুৱাই দি, সি হঠাতে

তাৰ শোৱা কোঠালৈ গুচি গল। মই স্নায়ুত নিচাৰ আমেজ লৈ বিচনাত বাগৰ দিলোঁ।

পুৱা বহা-কোঠাত তাৰ লগত দেখাদেখি হওতেই মই অতি সাধাৰণভাৱে কৈ পেলালোঁ, "মনোহৰকাই, কথাটো শুনি মই সঁচাকৈয়ে দুখ পালো। তুমি আগতে মুলিওৱাৰ কাৰণে কালি মঞো একো সুসুধিলোঁ। আচলতে কথাটো কি? মানে, মই ৰঞ্জিতাৰ কথা সুধিছোঁ!" সি মোৰ নিচেই ওচৰৰ চকীখনত বহিল আৰু সিয়ো অতি সাধাৰণ কথা এটা কোৱাৰ দৰে কলে, "আচলতে কথাটো হল এনেকুৱাঃ তাই মোক সঁপিবলৈ উঠি পৰি লগাৰ সময়ত মই এবাৰ কৈ চালো—বুইছ, ৰঞ্জি, মই মেট্ৰিক দিয়েই বিয়া কৰোৱা হলে তোৰ দৰে ছোৱালী এজনাৰ বাপেকীয়েই হলোহেঁতেন। তথাপি তাই মোলৈ আহিল। সেই অহাও এটা বন্দবস্তুতে। মই প্ৰথম দিনাই কলোঁ,—ৰঞ্জি, তোৰ ইচ্ছাক মই বাধা নিদিওঁ। এদিন, যদি মোৰ বয়সটোৱে আৰু মই তোক বিফল কৰিছো বুলি ভাব, তই গুচি যাব পাৰ; মই আপত্তি নকৰোঁ। অৱশেষত মই ভবাটোৱেই হ'ল। সৌটো ৰাস্তা দেখিছ নহয়। তাত বন্দুৱাৰ তদাৰক কৰিছিল কুকুৰাবাহীৰ কাশ্যপে। সি ৰকুৱা নে শইকীয়া পাহৰি গলোঁ। মুঠতে সি কুকুৰাবাহীৰ বনমালীৰ পুতেক। চফল ডেকা। হাৱাইন ছাৰ্টো ম'ৰা পাখিৰ দৰে। তাই তাৰ লগত গুচি গ'ল। লগত সিহঁত দুটাকো নিবলৈ দিলোঁ। তয়ে কচোন সৰুমণি, তাই বাৰু কিয় নেযাব? তাই যে ইমান পুৰঠ, ইমান গাভৰু! তাইৰ হাবিয়াসবোৰতো মই মাটি কৰিব নোৱাৰোঁ! আৰু এনেকুৱাতো বন্দবস্তুই আছিল!"

ৰচনা আগষ্ট, ১৯৭৮

# বৃত্তৰ বাহিৰত

কুলিৰ চিঞৰ-বাখৰ, যাত্ৰীতকৈ যাত্ৰীক বিদায় দিবলৈ অহা মানুহৰ (গাভৰু আৰু মহিলাই বেছি) অধিক গুণগুণনি, মাজে মাজে ডিজেল ইঞ্জিনৰ বিকট চিঞৰ, চাৰিওফালৰ লৰা-ঢপৰা, গালি-গালাজ আৰু হকাৰৰ অস্বাভাৱিক কণ্ঠস্বৰৰ মাজেদি আগুৱাই আহি নিজৰ কোঠাটো পাওঁ মানে গাড়ী এবাৰ দ্বিতীয় হুইচেল বাজি উঠিল। এইটো সময়ত অহাটো বেছ কষ্টকৰ। ৰাছেল ষ্ট্ৰিটৰপৰা হাওৰা পাওঁ মানে এঘণ্টা লাগিল। ভীষণ 'ট্ৰেফিক জাম'। ভাগ্য ভাল যে ট্ৰেইন এৰিবলৈ পূৰা দুই মিনিট থাকোঁতে ষ্টেছন পালোঁহি আৰু ৰেল গাড়ীৰ গাত এঠা লগাই থোৱা কাকতখনত চকু ফুৰা-য়েই মোৰ নামটো তৎক্ষণাত দেখিলোঁ কাৰণেহে ৰিজাৰ্ভড ছিটটো বিচাৰি উলিওৱাত অসুবিধা নহ'ল।

যমদূতৰ কিৰিলীৰ দৰে গাৰ্ডৰ হুইচেল শুনা গ'ল। ৰেল চলিল। ৰেলৰ গতিৰ লগে লগে ডবাৰ বিজুলী-বাতিবোৰৰ পোহৰ বেছি হ'ল। স্বস্তিৰ নিশ্বাস লৈ চিগাৰেট এটা জ্বলালোঁ। "প্ৰতিবেশী" সকল কেনে হ'ব পাৰে সেই বিষয়ে অকণো কৌতূহল নেদেখুৱাই খিৰিকীয়েদি চালোঁ—ৰাতিৰ কলিকতাৰ অপ্সৰী অভিসাৰ। তাৰ পাছত আকৌ মুকলি ঠাই। চতুৰ্দিশে বিয়পি পৰিছে জোনাকৰ ধৱল ফাকু-গুড়ি।

বহুত সময়ৰ মূৰত চিগাৰেট এটা জ্বলালোঁ। ধোঁৱাৰে কোঠাটো ধূমায়িত হৈ পৰিল। হঠাৎ লক্ষ্য কৰিলোঁ, মোৰ বহাৰ বিপৰীতে

অথচ সামান্য দূৰৈত খুক খুক কৰে কাহ,—বিশুদ্ধ হাওঁ-ফাওঁৰ আপত্তি। তাকো মহিলাৰ। মই কাহ কেইটাৰ ফালে চকু ঘূৰাই দেখিলোঁ।— মহিলা গৰাকীয়ে মেকুৰীৰ কাণৰ সমান ৰুমাল এখনেৰে মুখখন মচি এখন পত্ৰিকাৰ পাত লুটিয়াইছে। মই বিতৃষ্ণাৰে আধা পোৰা চিগাৰেটটো দলিয়াই পেলোৱাৰ পাছত তেওঁ মোৰ ফালে চিনাকী মানুহে চোৱাৰ দৰে সুন্দৰ কটাক্ষপাত কৰিলে। তেলেগু বা বাঙালী এই ভাষাৰ ভিতৰত কোনটো ব্যৱহাৰ কৰি মহিলাগৰাকীৰ লগত বাক্যালাপ কৰা উচিত হ'ব সেইটো ঠিক কৰিব নোৱাৰি ইংৰাজীতে কোৱা কথাখিনিৰ অৰ্থ হ'ল এনেকুৱা: ক্ষমা কৰিব। এনে বুলি জনা হ'লে, অৰ্থাৎ আগতে অলপ আভাস পোৱা হ'লে, মই কৰি-ড'ৰলৈ ওলাই যাব পাৰিলোঁহেঁতেন।

বোধকৰোঁ মোৰ ভদ্ৰতা তেওঁৰ পছন্দ হ'ল। প্ৰশংসাৰ দৃষ্টিৰে মোৰ ফালে চালে। ইংৰাজীতে ক'লে যে তেওঁৰ কিছু অসুবিধা হ'লেও তেওঁ সহযাত্ৰীক এনেকৈ কৈ আমনি দিব নিবিচাৰে। তথাপি খিৰিকীয়েদি ধোঁৱাখিনি এৰি দিলেই ভাল হ'ব।

অনুমান হ'ল, এই মিছ বা মিছেছ 'এক্স' কথা-চহকী। অৱশ্যে এনে নহ'ব পাৰে। বোধকৰোঁ তেওঁ মোক চিনি পায় আৰু ময়ো চিনি পাওঁ বুলি ধৰি লৈ আলাপৰ চেষ্টা কৰিছে। 'মিছ' নে 'মিছেছ', ধৰিব পৰা নাই। কাৰণ, কপালৰ ওপৰৰ অনিব্যস্ত চুলি-খিনিয়ে সেওঁতাৰ আলি সেন্দুৰীয়া নে উকা, জানিবলৈ সুবিধা দিয়া নাই। ভৰিৰ আঙুলিত আঙুঠি নাই। তেওঁ যদি তেলেগু, তেনে-হ'লে অবিবাহিতা। কিন্তু ইংৰাজীৰ উচ্চাৰণৰপৰা তেলেগু বুলি অনুমান নহয়। অৱশ্যে তেওঁ কনভেণ্টত শিক্ষা লাভ কৰা বিধৰো হ'ব পাৰে। তেওঁ হাতত লৈ থকা পত্ৰিকাখনো (ষ্টাৰ এণ্ড ষ্টাইল) ইংৰাজী। মুখশ্ৰীৰ কমনীয়তাৰ ফালৰপৰা তেওঁক বঙালী বুলি অনুমান কৰিব পাৰি। এনে এক কমনীয়, শান্ত মুখশ্ৰী বঙালীৰ মাজত সহজে বিচাৰি পোৱা যায়।

মোৰ অনুমান সঁচা হ'ল। কান্ধত টাৱেলসহ ভিতা চুলিৰে এজন মানুহ আহি ক'লে, "শিখা, চিৰুণীটো দাও তো।" শিখাই আসনৰ তলত থকা বেগ এটাৰপৰা ফণীখন উলিয়াই দিলে। এতিয়াহে যেন শিখাৰ সেওঁতাৰ সেন্দুৰ শিখাৰ দৰে জিলিকা দেখা পালোঁ। লগে লগে গল্পলিখকৰ সোঁচৰা স্বভাৱটো উক দি উঠিল। অনুমানৰ তালিকা এখন বনালোঁ: এওঁলোকৰ নিশ্চয় অলপতে বিয়া হৈছে। ভদ্ৰলোকৰ চাকৰি সিমান ডাঙৰ নহয়! কথাত আৰু চেহেৰাত কৰ্তৃত্বৰ ভাব নাই। চেহেৰা নধৰ্তৱা। বয়সো অনুমান কৰা টান। কপালৰ দুই কোণত থকা চুলি ওপৰলৈ উঠিছে আৰু মাজৰ চুলিখিনিৰ অৱস্থাওঁ শোচনীয়। চকু দুটা গভীৰ; দৃষ্টি সুতীক্ষ্ণ, তিনি পেগ স্কচ্ হুইস্কি পেটত পৰিলে মদপীৰ চকুত যি দৃষ্টি ফুটি উঠে, ঠিক তেনেকুৱা। বয়স পয়ত্ৰিশৰ অলপ ওপৰ যেন লাগে; কিন্তু ত্ৰিশ বুলি ক'লেও আচৰিত হ'বলগীয়া একো নাই। কিন্তু শ্ৰীমতী শিখাৰ কথা সুকীয়া। এক অদ্ভুত অসামঞ্জস্য। তাইৰ মুখখন তেনেই অপৈণত গাভৰুৰ দৰে; অথচ দেহত ভৰা-যৌৱনৰ পয়োভৰ, যৌন মাদকতাৰ প্ৰৱল আতিশয্য।........বিয়াৰ পাছৰ মধুচন্দ্ৰিকাৰ বাবে এওঁলোক ক'লৈ যায়? দাক্ষিণাত্যলৈ? শ্ৰীযুত মহাশয়ে দাক্ষিণাত্যত চাকৰি কৰে নেকি? শিখা নামৰ এই সুন্দৰীৰ (সপোন দেখা, কাজলসনা; আয়ত চকুৰ, এপতি মেঘবৰণীয়া চুলিৰ, মিহি মিঠা বৰণীয়া ৰঙৰ, লাহী পৰিপুষ্ট দেহৰ) বিয়া নিশ্চয় প্ৰণয়-সংক্ৰান্ত নহয়, চাকৰি-সংক্ৰান্ত। আজিকালি ছোৱালীৰ মাক-বাপেকে ভাবী জোঁৱায়েকৰ চাকৰিকহে বেছি গুৰুত্ব দিয়ে। এই কথাটো মোৰ বন্ধু দিলীপ দে-ই বাৰে বাৰে কয়। এয়ে বোলে বঙালী মধ্যবিত্তৰ পুৰণা বেমাৰ।......

দ্বিতীয় অংকত শ্ৰীযুক্তৰ পোছাক পৰিবৰ্তন। বাৰ্থত বিচনা লম্বায়িত। আধাহতীয়া জেছোৰ ফণীৰে বিশ্ৰামৰ আগতে শ্ৰীমতীৰ

চুলিৰ যতন। স্বামীৰ উপস্থিতি হেতু 'প্ৰতিবেশী'ৰ প্ৰতি উদাসীনতা বা অমনোযোগী ভাব। মুখৰ কমনীয়তা কিঞ্চিৎ অধোগামী। কথাত সংযম। এক অপূৰ্ব অভিনয়। শ্ৰীমতীজী, বৈবাহিক জীৱন সুখৰ বুলি যদি ভাবি এনে জলাশয়ত সাঁতুৰিছা, তেনেহ'লে ইমান কপটালি কিয়? হোৱাই দিচ ইন্‌কংগ্ৰুৱাছ হিপ'ক্ৰেছি? কেন য়্যু আন্‌ছাৰ মি? মই জানো. অলপ সুবিধা পালেই মোৰ স্বাস্থ্য আৰু পৌৰুষৰ পৰিৱিধিত তুমি তোমাৰ দেহ আৰু মন উলংগ কৰি ভাল পাবা বুলি মোৰ বিশ্বাস আছে। বন্ধুমহলত মোৰ এই বুলি সুনাম, বদনাম আছে যে পুৰুষক চিনিবলৈ হেনো মোৰ দহ মিনিট লাগে আৰু নাৰীক চিনিবলৈ তিনি মিনিট। শ্ৰীমতী শিখা নিজৰ সৌন্দৰ্য্যৰ প্ৰতি সজাগ। এতিয়াহে ধৰা পৰিছে এই সচেতনতাই তাইৰ দেহতকৈ মুখৰ বয়স কম-কম-লগা সৌন্দৰ্য্যখিনিক কিছু পৰিমাণে নষ্ট কৰিছে। মোৰ চকাছন্দাকৈ মনত পৰিছে, এনে এজনী ছোৱালী মই ক'ৰবাত দেখিছিলোঁ। মোৰ লগত বেছ কথা-বতৰা হৈছিল। ক'ত বাৰু? দিল্লীত? কলিকতাৰ ৰবীন্দ্ৰ ভৱনৰ এক কৃষ্টি সন্ধিয়াত? বিশাখাপট্টনমৰ কোনো সৰস্বতী পূজাৰ মণ্ডপত? তিৰুপতিত ভেংকটেশ্বৰ দৰ্শনৰ বাবে লাইন দিয়া অৱস্থাত? পাৰ্ক ষ্ট্ৰীটৰ কোনোবা অত্যাধুনিক 'বাৰ'ত? মোৰ সকলো গোলমাল হৈ গৈছে। আজিকালি একো মনত নাথাকে। এই জাতিটোৰ প্ৰতি সহজাত আকৰ্ষণ কমিছে দুটা কাৰণত: (১) জীৱনৰ বহু কৌতুহলৰ উত্তৰ একে ধৰণৰ হোৱা কাৰণে বয়সৰ লগে লগে সেইবোৰ শেষ হৈ গৈছে আৰু (২) সম্প্ৰতি ৱান্টায়াৰত বিজ্ঞান-গবেষকৰ ভূমিকাত ফুৰিয়াছ' চেৰিজ, ৰেমেনিয়ান জিয়'মেট্ৰি আৰু ষ্টেটিচটিক্সেৰে কণ্টকাকীৰ্ণ 'বাতাবৰণ বিজ্ঞানে' মোৰ ভালেমান মানবীয় অনুভূতি তথা প্ৰবৃত্তিক টেটু চেপি ধৰিছে আৰু সাহিত্যিক সত্তা কাৰাগাৰত বন্দী হৈছে।

কিয় এতিয়া নিজৰ কথা ভাবিছোঁ? ৱান্টায়াৰৰপৰা যাব পাৰিলে যে আকৌ গল্প, আকৌ উপন্যাস, আকৌ চলচ্চিত্ৰৰ চিত্ৰনাট্য!

বিজ্ঞানত শ্ৰেণীবদ্ধতা, শৃংখলা আৰু যুক্তিৰ সৌন্দৰ্য্য বিচাৰি পোৱা যায়। তাত হৃদয়ৰ আৱেগ নাই। মই জানো, মই ক'ব মানুহ। মই জানো, মোৰ ধৰ্ম বা প্ৰবৃত্তি কি, অথচ স্বধৰ্মে নিধন হোৱাতকৈ ভয়াবহ পৰধৰ্মহে লৈছোঁ। সেয়া হ'ল—বিজ্ঞান। লৈছোঁ কেৱল ভাতমুঠিৰ বাবে।

মই এতিয়া এই কপোত-কপোতী হালৰ বিষয়ে জনা উচিত, লক্ষ্য কৰা উচিত। মই যে গল্পৰ গোন্ধ পাইছোঁ!

কোন শিখা? শিখা বাগচী? এতিয়া শিখা মহাপাত্ৰ? 'স্বামীজী' বৰ্তমান ট্ৰম্বেত নিউক্লিয়াৰ বিজ্ঞানী। শিখাৰ ভনীয়েক হ'ল—বিশাখা বাগচী। এতিয়া বিশাখা পেটেল। নৌ-বিভাগৰ গুজৰাটী বিষয়াক সুখী কৰিছে বা জ্বালাতন কৰিছে। আৰু এজনী শিখাৰ কথা মনত পৰিছে। শিখা লাহিড়ী। আমি কলিকতাৰ প্ৰেছিডেন্সী কলেজত একে লগে পঢ়িছিলোঁ। তাই কিন্তু এম, এছ-চি, দিবলৈ নাপালে। ৰূপত শিখা আছিল কাৰণে আৰু/নাইবা ৰবীন্দ্ৰ সঙ্গীতৰ লগত নৃত্যৰ তালে তালে লাহী দেহাটোৰ একা-বেঁকা ঢৌ তুলিব পাৰিছিল কাৰণে বহু আগতেই তাই এজন আই. এ: এচ. অফিছাৰৰ ভিতত ওলমিল। এই খবৰ শুনাৰ লগে লগে একে লগে দুজন ডেকা লেকচাৰাৰ মৰ্মাহত হ'ল।

বঙালীৰ মাজত এই শিখা নামটো ইমান বেছি কিয়? শিখাৰে জ্বলাবলৈ? এস, বাজে চিন্তা। নামৰ লগত কামৰ কোনো সম্পৰ্ক নাই। একালত বিন্দেশ্বৰী নামৰ এজনী গ্ৰামসেৱিকাই এই নিমাখিত নামটোৰে (অৱশ্যে "অনিমাখিত" দেহটোৰে) উন্নয়ন খণ্ডৰ ভালে-মানক জ্বলাইছিল আৰু শেষত নিৰাপত্তাৰ বাবে এক অচতুৰ কৃষি সম্প্ৰসাৰণ বিষয়াক বিয়া কৰাইছিল।

মোৰ চিন্তা চলিছিল। মনটোক এক "বিফ্ৰেচাৰ্ছ ক'চৰ ট্ৰেইনিং" দি এই এহাত দূৰত বহি থকা শিখাক দেখিছিলোঁনে নাই, তাৰ

বাবে মোৰ স্মৰণ-শক্তিক জাগ্ৰত কৰিবলৈ চিন্তাৰ ফান্দুছ উৰিছিল। কিন্তু মনত পৰা নাই। জীৱনৰ এই দ্বিতীয় অধ্যায়ত (চৰ্চ্চাৰ ফালৰপৰা, বয়সৰ ফালৰপৰাও) কোনো শিখা, বিশাখা, ৰমা, জয়া, বাসন্তী, কুন্তলাৰ স্থান নাই।

'শ্ৰীযুক্ত'ক ভলমূৰ কৰি মোৰ বৃহৎ ট্ৰাংকটোলৈ লক্ষ্য কৰা দেখিলোঁ। তেওঁৰ হাতত এখন পকাবন্ধা নাতিবৃহৎ গ্ৰন্থ। নাম "মৰণেৰ পৰে"। লিখক স্বামী অভেদানন্দ। তেওঁ বোধকৰোঁ ট্ৰাংকত লিখা মোৰ নামটো পঢ়িছে। ঠিকেই। অলপ পাছতে মোক সুধিলে (বাংলাত), "আপুনি অসমৰপৰা আহিছে নেকি?" মোৰ চুটি উত্তৰ, "হয়।"

"পুৰা অসমৰপৰা ৰিজাৰ্ভেছন থাকে নে অন্য ব্যৱস্থা কৰে?"

"প্ৰায়ে মই কলিকতাত দুদিন থাকি ৰাওণা হওঁ। গতিকে মাদ্ৰাজ মেইলত ৰিজাৰ্ভেছন পাবলৈ অসুবিধা নহয়।"

ৰিজাৰ্ভেছন দুদিনতে পাই যায়? আশ্চৰ্য্য! আপুনিতো কম মানুহ নহয়! আমি কিন্তু দহ দিনৰ আগতেই চেষ্টা কৰা সত্ত্বেও আচল দিন মতে পাবলৈ অসুবিধা হয়। যোৱা কালিয়েই আমাৰ যোৱাৰ কথা আছিল।'

"মোৰ পিছে অলপ সুবিধা আছে। কলিকতাত মোৰ এজন চিনাকী প্ৰকাশক আছে। তেওঁ টিকেটৰ ব্যৱস্থা কৰি দিয়ে।"

"বুঝলাম, বুঝলাম মশাই, আপনি একজন লেখক। ভাল, ভাল, অসমীয়াতে লেখেন?"

এইদৰে আমাৰ মাজত আলাপ হ'ল। অলপ সময়ৰ পাছত আমাৰ সামান্য পৰিচয় কিছু গাঢ় হ'ল। যি বুজা গ'ল,- ভদ্ৰলোক বৰুণ মুখাৰ্জি দক্ষিণ কলিকতাৰ কোনোবা বেংকৰ বিষয়া। মোৰ অনুমান ঠিক মিলি গৈছে। তেওঁ অলপতে বিয়া কৰাই বিয়াৰ পাছত প্ৰথম বাহিৰলৈ ওলাইছে (যাৰ ৰোমাণ্টিক নাম হনিমুন, মধুচন্দ্ৰিকা)। কিন্তু মোৰ অনুমান মতেই এই মধুচন্দ্ৰিকা স্বাস্থ্যকৰ ঠাই উটি (উটকামণ্ড), য়াণ্টায়াৰ বা আৰাকুভেলিৰ উদ্দেশ্যে নহয়।

আছিছে পণ্ডিচেৰীলৈ, তাকো কোনো সম্পৰ্কীয় মানুহৰ ঘৰলৈ নহয়। আশ্ৰমত থাকিবলৈহে।

আমাৰ কথোপকথনত শিখাই ভাগ লোৱা নাই। দুৰ্বোধ্য দৃষ্টিৰে আমালৈ চাই আছে, যেন আমি গ্ৰীক ভাষাতহে কথা পাতিছিলোঁ। বৰুণ মুখাৰ্জিয়ে চিনাকি দিয়াৰ সময়ত তাই সমানে নিৰ্বিকাৰ আছিল। সেইবাবে মোৰ তাইৰ প্ৰতি কৌতুহল বাঢ়িল। মোৰ স্মৰণ-শক্তিক সঠিক খবৰ নিদিয়াৰ বাবে ধিক্কাৰ দিলোঁ। কাৰণ মোৰ বিশ্বাস হৈছে—এই শিখাক নিশ্চয় মই অন্য পৰিবেশত লগ পাইছোঁ। নিশ্চয় গল্পও লিখিছিলোঁ। আচৰিত কথা যে এতিয়া নিজে লিখা ভালেমান গল্পৰ ঘটনা মোৰ মনত নপৰে।

মোৰ হাতত কাফকাৰ এখন উপন্যাস। তাৰ অৰ্থ এয়ে নহয় যে মই বৌদ্ধিক ৰস আস্বাদনৰ ভাও জুৰিছোঁ। আচলতে আমাৰ গুৱাহাটীৰ পদুম বৰুৱাই কাফকা সম্পৰ্কে কৰা এক মৌলিক বক্তব্যৰ পাছত কাফকাক আচলতে ভাল লগা হ'ল। পদুম বৰুৱাৰ মতে কাফকাৰ বিৱৰণ যেন গদ্য নহয়, মুভি কেমেৰাৰ ভাষাহে। মিষ্টাৰ মুখাৰ্জিয়ে মোৰ হাতৰপৰা কিতাপখন নি বেটুপাতত থকা কথাখিনি পঢ়ি ক'লে, "মিষ্টাৰ বৰা, আপোনাৰ লিখাত কাফকাৰ প্ৰভাৱ আছে নেকি?"

"বিন্দুমাত্ৰও নাই। কাফ্‌কাক মাথোন ভাল লাগে। প্ৰভাৱৰ প্ৰশ্নই নুঠে। সঁচা ঘটনাকে যিখিনি বদলালে সাহিত্য,—অৱশ্যে মই ভবা মতে, কৰিব পাৰি তাকে কৰোঁ।"

"কিয় ভাল লাগে?"

"মিঃ মুখাৰ্জি, ইয়াৰ উত্তৰ দিয়া বৰ টান। ইমানকে ক'ব পাৰি—বয়স বাঢ়িছে নহয়—এতিয়া জীৱনৰ খুঁতিনাতিবোৰ, মানুহৰ ইডিঅ'ছিন্‌ক্ৰেছিবোৰ, জীৱনৰ সীমাবদ্ধতা—লগতে কাফকাৰ এই আমোলাতন্ত্ৰৰ, বুৰ'ক্ৰেছিৰ সিংহদ্বাৰত প্ৰচণ্ড আক্ৰমণ; এই সকলোবোৰ মিলি কিবা এটা ভাল লাগে?"

"বেছ কৈছে। এতিয়াহে আপোনাক লিখক মানুহ যেন লাগিছে। পিছে গল্প-উপন্যাস লিখা মানুহতকৈ কবিসকলক মোৰ বেছি ভাল লাগে। কাৰণ কবিসকল সৰল। কিন্তু 'ক্ৰড্' ন'হলে, কিছু জটিল নহ'লে ঔপন্যাসিক হ'ব নোৱাৰি বুলি মোৰ ধাৰণা। কবিসকলতকৈ আপোনাক বেছি প্ৰেক্টিকেল বুলি বুজাই গ'ল। কাৰণ বিজ্ঞানৰ মানুহ হৈ···।"

"বাদ দিয়ক মুখাৰ্জি বাবু···"

( মিষ্টাৰৰপৰা বাবুলৈ ৰূপান্তৰিত হোৱাটো লক্ষ্যণীয়। )

"বুজিছে, বৰা চাহাব, এসময়ত এইবোৰ খুব পঢ়িছিলোঁ। জেমচ্ জয়চৰপৰা এই আপোনাৰ কাফকালৈকে। জা পঁল ছাত্ৰেও লুটিয়াই চালোঁ; এতিয়া বাদ দিছোঁ। তাত একো উত্তৰ পোৱা নগ'ল। লোকৰ দৰ্শন কেতিয়াও আমাৰ হ'ব নোৱাৰে। আমাৰ জীৱনৰ সকলো ধাৰাৰ সংহতি ঘটাই এক নতুন দৰ্শনৰ সৃষ্টি কৰিবলৈ আকৌ কোনোবা অৰবিন্দ ওলাবনে?"

"ইয়াৰ উত্তৰ মই দিব নোৱাৰিম। মই মাথোন কাহিনী গোটাওঁ আৰু সাজোঁ। বেছিকৈ পঢ়োঁ বিজ্ঞানহে। কাৰণ মই জানো, এতিয়াৰ সাহিত্যই, আনকি আমাৰ ধৰ্মবোৰেও সমাজ সলনি কৰিব নোৱাৰে। সমাজ সলনি কৰিব পাৰে দুটা বস্তুৱে—শাসন-ধাৰাৰ পৰিবৰ্তন আৰু বিজ্ঞানে; টুবি ম'ৰ প্ৰিচাইজ, চাইন্স এণ্ড টেকন'-ল'জি।"

এইখিনি কৈ মই জগৰহে লগালোঁ। মুখাৰ্জিৰ লগত মই আলাপত আবদ্ধ হোৱা উচিত নাছিল। কাৰণ তেওঁৰ মাজত মই একো আধুনিকতা বিচাৰি পোৱা নাই। তেওঁৰ মনৰ লগত মোৰ অকণো মিল নাই। তেওঁৰ চিন্তা আৰু মোৰ চিন্তাৰ স্বৰ্গ-মৰ্ত্য পাৰ্থক্য। মুখাৰ্জিক মোৰ অস্বাভাৱিক (পাগল বুলি নকওঁ দেই) মানুহ যেন লাগিল। বেয়া লাগিল এটা কথা ভাবি—শিখাক কি

তেওঁ সদায় এইবোৰ কথা কৈ বিৰক্ত কৰে? অ'হ! মিছ বেঙ্গল, আৰ ইউ নট ব'ৰড উইথ দিজ নন্‌ছেন্স?

এতিয়া কাৰণটোলৈ আহোঁ। খড়্গপুৰ জংছনত খাই-বৈ উঠাৰ পাছত ভাবিছিলোঁ—অলপ শুই ল'ম। কিন্তু মুখাৰ্জিৰ কাৰণেই শোৱা নহ'ল। ভ্ৰমণত পঢ়িবলৈকো মানুহটোৱে সেইবোৰ কিতাপেই আনিছে। যতমানে স্বামীজীয়ে লিখা কিতাপ। চব সৎসংগ কথা, আধ্যাত্মিকতাৰ কথা, আত্মাৰ কথা, তন্ত্ৰ-মন্ত্ৰৰ কথা। তেওঁ মোক এইবোৰ কিতাপৰ একোটা ধাৰণা দিয়াৰ পাছত আৰম্ভ কৰিলে,— পণ্ডিচেৰীৰ কথা। বিয়াৰ আগতেও হেনো তেওঁ পণ্ডিচেৰীলৈ গৈছিল। বছৰৰ এনে সময়ত তেওঁ যায়েই। মোকো 'ধৰ্মাত্মা' বুলি ভাবি তালৈ গ'লে ক'ত থাকিব লাগে তাৰে দুটা ঠিকনাও দিলে। মই ভদ্ৰতাবশতঃ ঠিকনা কেইটা ল'লোঁ। কিন্তু এটা কথা দেখি আচৰিত হ'লোঁ। মোৰ ধাৰণা যে ভুল হ'ব পাৰে এয়ে প্ৰথম প্ৰমাণ পালোঁ। মিছা কথা, নাৰীক চিনিবলৈ মোক তিনি মিনিটতকৈও আৰু বহু বেছি সময় লাগে, তিনি যুগ। মই লক্ষ্য কৰিছোঁ— শিখাই বৰুণ মুখাৰ্জিৰ আলোচনাত বিৰক্তিবোধ কৰা নাই। বৰঞ্চ দুই-এটা কথাত যোগহে দিছে। অৰ্থাৎ সন্ন্যাসিনী শিখা তেনেহ'লে ভগবানৰ কাণ্ডকাৰখানাত মুগ্ধ; ভগৱৎপ্ৰেমত আসক্তা? কিবা যেন সাঁথৰ সাঁথৰ লাগিল।

এনেতে এটা ডাঙৰ ষ্টেছনত মাদ্ৰাজ এক্সপ্ৰেছ ৰ'লহি।

ৰাতি প্ৰায় এটা বাজিছে। পলাশৰ ষ্টেছন। অৰ্থাৎ আমি উৰিষ্যা সোমালোঁহি। মুখাৰ্জি এই প্ৰথমবাৰ ৰেলৰপৰা নামিল। মোৰ সমস্ত দেহত আড়ষ্টতা। মই বহি ৰলোঁ। কিন্তু আচৰিত কথা, মোৰ ধাৰণা আকৌ শুদ্ধ হৈ আহিবলৈ আৰম্ভ কৰিলে। অৰ্থাৎ শিখাই মুখাৰ্জিৰ অনুপস্থিতিৰ সুবিধা লৈ মোক ক'লে, "আজিকালি ইমান মাইকা মানুহৰ লগত আপোনাৰ চিনাকি নে

যে মোক এতিয়াও চিনি পোৱা নাই? এবাৰ 'অলিম্পিয়াত', এবাৰ 'কে, চি, দাস'ত আৰু এবাৰ 'মেট্রো'ত এই তিনিও দিনেই আপোনাৰ মুখত মদৰ গন্ধ পোৱা নাছিলোঁ। গতিকে ভাবিছিলোঁ,—মাতাল নহয়েই যেতিয়া মোক মনত থাকিব। মদৰ জালত চিনাকী হ'লেহে মনত নাথাকে!"

"এক্স্‌কিউজ মি। আজিকালি মোৰ পৰ্য্যবেক্ষণশক্তি কমি আহিছে। অভ্যাসৰ অভাৱত। কিয়নো, দুবছৰমান গল্প-চল্প লিখা নাই।"

"ঠিক আছে, এয়ে ভাল। মানুহৰ গুণ কমিলে, চাক্‌চেচ হয়তো কমে; কিন্তু সুখ বাঢ়ে। মই আজিকালি সকলোকে সুখী হ'বলৈ শুভেচ্ছা জনাওঁ।"

এতিয়াও মোৰ মনত পৰা নাই। আজিকালি ধুনীয়া ছোৱালীৰ চেহেৰাও মনত পেলোৱা কঠিন হৈ পৰিছে। একেবিধ মহিলা পত্রিকা পঢ়ি একে ৰকমৰ ফেচন নকল কৰি, সেই সেই পত্রিকাৰ বেটুপাতত থকা তিনি বিধ নাৰীৰ (খোপা বন্ধা, বেল-বটম পিন্ধা আৰু চুলি মেলা, তৃতীয়তে স্লেক্ আৰু বব্‌কাট—এলিজাবেথ টেইলৰ বা তাৰ-কেশ্বৰী সিংহৰ আৰ্হিত) এবিধৰ লগত এওঁলোক মিলি যায়। শিখাক ক'ত দেখিছিলোঁ ঠিক মনত পৰা নাই। মই হতভম্ব হৈছোঁ। মই কিয় মৌন নিৰাসক্তভাৱে তাইৰ লগত চিনাকী হৈছিলোঁ সেই মুহূৰ্ত্তত? এনে এটি ধুনীয়া উপস্থিতিয়ে মনত (অন্তৰত নহয়) দোলা দি যোৱা নাছিল কিয়? মই মাথোন ক'লোঁ, "এই দুবছৰ মোৰ খুব স্থান পৰিবৰ্তন হৈছে। চব মিলি চব খেলিমেলি হৈ গৈছে।"

"ভাকে কওঁক। মই বুজিছোঁ, পিনাকীৰ প্রতি আপোনাৰ ইমান অনুকম্পা যে মোক চিনি নেপোৱাৰ ভাও জুৰিছে।"

"মানে, তুমি, তুমি শিখা, মানে শিখা ভট্টাচাৰ্য্য? এক্স্‌কিউজ মি, সম্প্রতি মুখাৰ্জিতো?

"মালাগে বাৰু সেইবোৰ চিন্তা কৰিব। আপোনাৰ শুভেচ্ছা নহ'লেও হ'ব। বাৰু, আপুনি যে কৈছিল আপোনাৰ সেই উপন্যাসখনৰ কথা, এতিয়া সেইখনৰ কথা ছবি হ'লনে?"

"মই কোনো খবৰ পোৱা নাই।"

শিখাই সকলো ক'লেহেঁতেন। এনেতে মুখাৰ্জি সোমালহি। কোনোবা এটা মানুহ পিছৰ 'থ্ৰি টায়াৰ' ভেনত আছে, তাৰ কথা ক'লেহি। সি হেনো পণ্ডিচেৰীৰ কোনোবা জয়ন্ত সেনগুপ্তৰপৰা চিঠি পোৱাৰ কথা ক'লে।

এতিয়া মোৰ মনত পৰিছে। অ', সেইজনী শিখাই! ফুল যেন তাইৰ মুখ। ওচৰ চাপি কথা ক'লে জোনৰ লগত কথা কোৱা যেন লাগে। অথচ সেই আজলী আজলী লগা ধুনীয়া মুখখনৰ এজনী গাভৰুৰ মনত ইমান মেৰপাক কিয়? পিনাকীয়ে চিনাকী কৰি দিয়াৰ আগতেই পিনাকীৰ বন্ধু অশোকে মোক তাইৰ কথা এনেকৈ কৈছিল: দাদা, পিনাকীক সাবধান কৰি দিবচোন। তাইৰ কিন্তু ৰেকৰ্ড বেয়া। এম. এ. পঢ়ি থাকোঁতে ড° মৃণালকান্তি বসুৰ লগত—সেই একে কাণ্ড। তাই হেনো কয় ড° বসুৱেহে হেনো 'বিট্ৰে' কৰিলে। তাৰ পাছত "মটাল বক্স অব ইণ্ডিয়া"ৰ পাৰ্চেজ অফিচাৰ মনোজ দত্তৰ 'স্প'ৰ্টচ কাৰ'ত গংগাৰ দাঁতিত চেঞ্চৰে কাটিব-লগীয়া দৃশ্যৰ নায়িকা। মনোজ দত্তৰ বন্ধুমহলত ঈৰ্ষা আৰু বিস্ময়। তাৰ পাছত সুবীৰ সেন। এল. এচ. ডি., পট আদি আধুনিকতম নিচাভক্ত চলচ্চিত্ৰৰ চিত্ৰনাট্য-লিখক আৰু সাংবাদিক, মাজ-বয়সীয়া সুবীৰ সেন। জানেই নহয় তাক। টালিগঞ্জত নিশ্চয় দেখিছে। এতিয়া আকৌ পিনাকী।......

পিনাকী। ড° পিনাকপাণি নাগচৌধুৰী। ভূ-পদাৰ্থ বিজ্ঞানৰ ডক্টৰেট হৈয়ো যাদৱপুৰ বিশ্ববিদ্যালয়ত দুবছৰ এচিচ্‌টেন্ট লেকচাৰাৰ হৈ বিৰক্ত লাগি কাম এৰি দিলে। সি প্ৰেছিডেন্সী কলেজত মোৰ লগত একেলগে পঢ়িছিল—স্নাতক শ্ৰেণীত। যাদৱপুৰত থকাকৈকে

তাক জানিছিলোঁ। চাকৰি এৰি দিয়াৰ কথাও জানো। কাৰণ পিনাকীৰ বন্ধু অশোক ৰয় ডিব্ৰুগড়ৰ ল'ৰা। সি আকৌ সেই বিশ্ববিদ্যালয়তে মেকানিকেল ইঞ্জিনিয়াৰিং বিভাগৰ লেক্‌চাৰাৰ। মাজে মাজে ঘৰলৈ আহিলে যোৰহাটত মোক লগ পায়। সকলো কথা কয়। ছুবছৰমান অশোকৰ মুখত পিনাকীৰ কথা শুনা নাছিলোঁ।

তিনি বছৰৰ আগতে হঠাতে 'অলিম্পিয়া বাৰ'ত পিনাকীক দেখি আচৰিত হলোঁ। সি মোক দেখি সাবট মাৰি ধৰিলে এতিয়া সি সম্পূৰ্ণ সুকীয়া মানুহ। সি এতিয়া তেল-কোম্পানীৰ বিষয়া, পাৰ্চেজ অফিচাৰ। এবছৰ কলিকতাত কাম। যাদৱপুৰত শিক্ষকতাৰ একেসুৰীয়া জীৱন কটাই বিৰক্ত হৈ সি এটা এচিচটেণ্টশ্বিপ যোগাৰ কৰি আমেৰিকা পালেগৈ। তাৰ বাৰ্কলে বিশ্ববিদ্যালয়ৰপৰা বিজনেচ্ মেনেজমেণ্ট'ৰ কিবা ডিগ্ৰী লৈ এতিয়া চাকৰিৰ ক্ষেত্ৰত সুপ্ৰতিষ্ঠিত।

মোক পিনাকীৰ টেবুললৈ লৈ যোৱা হ'ল। তেতিয়া শিখাৰ লগত চিনাকী কৰি দিলে। পাছ দিনা সিহঁত থিয়েটাৰ চাবলৈ গ'ল। তাৰ পাছৰ ছুদিন আমি তিনিও কে. চি. দাসৰ মিঠাইৰ দোকানত আৰু 'মেট্ৰো'ত। ছুদিন পিনাকীৰ আলহী হ'লোঁ। শিখাৰ লগত তাৰ আৰু ছুমাহৰ পাছত বিয়া হ'ব। সকলো ঠিক-ঠাক হৈ আছে। সেই সময়তে অশোকে মোক অনুৰোধ কৰিছিল — পিনাকীয়ে শিখাক যাতে এৰি চলে সেই উপদেশ দিবলৈ। কিন্তু মই অমান্তি হ'লোঁ। অশোকক ক'লোঁ, "অশোক, ইঞ্জিনিয়াৰিং পঢ়িলেই আধুনিক হ'ব নোৱাৰি। মই কি ভাবোঁ, জানা? বিয়াৰ আগতে খুব ভাল ৰেকৰ্ড থকা নৰনাৰী বিবাহিত জীৱনত সুখী হ'ব নোৱাৰে। যাৰ বিবাহৰ আগৰ ইতিহাস সিমান ভাল নহয়, তেনে মতা-তিৰোতাইহে সুন্দৰ বিবাহিত জীৱন কটায়। কাৰণ সিহঁতে জীৱনটো ভালকৈ বুজি পায়; বিবাহিত জীৱনৰ সংগসুখে কেনেকৈ

নিঃসংগতা দূৰ কৰে, সুখী কৰে, মহৎ কৰে, সেই বিষয়ে সিহঁত বেছি সচেতন হৈ পৰে। এয়া মোৰ নিজৰ ধাৰণা নহয়, 'ডাটা'ৰ যোগেদি, পৰিসংখ্যাৰ যোগেদি প্ৰমাণ কৰিব পাৰি।"

তাৰ পাছত আৰু তাৰ একো খবৰ পোৱা নাছিলোঁ। এতিয়া শিখাৰ মুখত পিনাকীৰ কথা শুনিহে তাৰ কথা ভাবিলোঁ। ভাৰতত আজিকালি ভালেমান তেলশোধনাগাৰ। সি বা ক'ত কাম কৰিছে? নিশ্চয় এতিয়া ডাঙৰ অফিছাৰ। নিশ্চয় সি এইক বিয়া নকৰিলে। কেৱল তাইৰ দেহটো লৈ লীলাখেলা কৰিলে। তেনেহ'লে অশোকে যি ভাবিছিল তাৰ ওলোটা হ'ল।

মোৰ নীৰৱতা দেখি বেংকৰ বিষয়া মুখাৰ্জিয়ে চকু মুদিবলৈ চেষ্টা কৰিলে। তলৰ বাৰ্থত শিখা কিন্তু শোৱা নাই। আমাৰ কোঠাৰ বাকী একন যাত্ৰীয়ে, অধ্যাপক ৰাজুৱে, চাগৈ এতিয়াহে সকাহ পাইছে। ওপৰৰ বাৰ্থত তেওঁৰ নাকৰ মাত শুনা গ'ল।

মই মুখাৰ্জিক ক'লোঁ, "আপুনি মোৰ বাৰ্থত শুব পাৰে। মই ওপৰত আপোনাৰ ঠাইলৈ যাব পাৰোঁ।"

মুখাৰ্জিয়ে ক'লে, "নালাগে, ট্ৰেইনত মোৰ টোপনি আহিব নোখোজে।"

তথাপি মই ওপৰৰ বাৰ্থলৈ গৈ শুলোঁগৈ। স্বামী-স্ত্ৰীক তলৰ গোটেই অঞ্চলটো এৰি দিলোঁ। বাতিপুৱা কুলি আৰু হকাৰৰ মাতত সাৰ পালোঁ। তললৈ লক্ষ্য কৰি দেখিলোঁ—শিখা আগৰ ঠাইতে বহি আছে। পিন্ধনত একেখন নাইলনৰ শাৰী। বেড্‌-হ'ল্ডলটো আগৰ অৱস্থাতে আছে। অৰ্থাৎ বাতি তাই শোৱা নাছিল। আৰু মুখাৰ্জিয়ে বেড লাইটৰ তলত নিশ্চয় 'ডিজাইন লাইফ' বা অন্য কোনোবা অধ্যাত্মিক গ্ৰন্থ পঢ়িছিল।

মই তললৈ নামি আহিলোঁ। শিখাই এই মাত্ৰ বাথৰুমৰপৰা আহি মূৰ ফণিয়াইছেহি। এডাল চুলি সমুখেদি ওলমি পৰি আধা

ঢকা মুখখন বেছি ৰহস্যময় কৰি ৰাখিছে। খিৰিকীয়েদি চকাচমকাকৈ পুৱাৰ ব'দো পৰিছে। মুখাৰ্জি নাই। নিশ্চয় বাথৰুমলৈকে গৈছে। এই সুবিধাতে মই সুধিলোঁ। "বাৰু শিখা, পিনাকীৰ লগত তোমাৰ কিয় বিয়া নহ'ল?" তাইৰ চুটি উত্তৰ, "হৈছিল। ছমাহৰ পাছত গুচি আহিলোঁ।"

"মানে ডাইভ'ৰ্চ?"

"নহয়। মই থকাহেঁতেন তাৰ সুবিধাই হ'লহেঁতেন।"

"মই একো বুজা নাই।"

"এইবোৰ বুজা টান। আচল জীৱন আপোনাৰ কল্পনাতকৈ বেছি বিচিত্ৰ। বুইছে, আপোনাৰ বন্ধু মানুহ নহয়।"

"দেৱতা যে নহয় সেইটো ঠিক কথা। তেন্তে কথাটো কি?"

"এটা জঘন্য কেৰিয়াৰিষ্ট, সি ভাবে জীৱনতকৈ চাকৰি ডাঙৰ; জীৱন মানে গাড়ী, বাংলা, ৰেকৰ্ডপ্লেয়াৰ, মদ আৰু ৰিফ্ৰিজাৰেটৰ। আমেৰিকাত ইয়াকে শিকিলে।"

"মানে কি হ'ল? তোমাৰ এনে এটা আৰাম আৰু বিলাসৰ জীৱন ভাল নেলাগে নেকি?"

"ক'ব নোৱাৰোঁ, কিন্তু সি মানুহ নহয়; অফিছাৰহে।"

এই বুলি কৈ তাই তভক মাৰি ৰ'ল। সচকিতা হৰিণীৰ দৰে চাৰিওফালে চালে। বোধকৰোঁ মুখাৰ্জি আহিছেনে নাই চাই লৈ নিশ্চিন্ত হৈ ক'লে, "আপুনি ভাবিব পাৰেনে, আপোনাৰ বন্ধুৱে মোক তাৰ পদোন্নতিৰ বাবে ব্যৱহাৰ কৰিব খুজিছিল? গম পায়েই মই তাক এৰি দিলোঁ। কোনোবা মিছেছ চোপ্ৰা, মিছেছ ৰাও বা মিছেছ সিংহাৰ দৰে হ'ব নোৱাৰিলোঁ। মই এই কথা কলোঁ এটা কাৰণেই যে লেখক হিচাপে এনে মানুহক ঘৃণা কৰিলে সমাজৰ কামত আহিব।"

মই মনে মনে ৰ'লোঁ। আৰু কথা ক'বৰ সুবিধা নাপালোঁ। মুখাৰ্জি আহি তাইৰ ওচৰত বহিলহি। মোৰ ফালে চাই ক'লে, "আপোনাৰ কিন্তু খুব ভাল টোপনি হৈছিল। দেখি ঈৰ্ষাহে হৈছিল। বুজিছে—আমাৰ তন্ত্ৰবোৰতো ইন্দ্ৰজাল আৰু আজিকালিৰ অট-চাজেস্যানৰ কথা আছে। অৱতাৰযোগৰ কথা শুনিছে? তাৰদ্বাৰা মনৰ শক্তিৰে শৰীৰক সদায় ডেকা কৰি ৰাখিব পাৰি। এয়া জানো অট'-চাজেস্যান নহয়? "

আকৌ মোৰ বিৰক্তি লগাৰ বিষয় আৰম্ভ হ'ল। আচৰিত কথা যে আকৌ শিখাই এই আলোচনাত যোগ দিলে। স্বামীৰ এই বৌদ্ধিক চৰ্চ্চাৰ বাবে তাইক গৌৰৱান্বিতা যেন লাগিল। মই কেইবাবাৰো আলোচনাৰ বিষয় সলাব খুজি বিফল হ'লোঁ। কথাৰ-পৰা বুজিলোঁ, মুখাৰ্জিয়ে দিনৌ গায়ত্ৰী গায়, সূৰ্য্য-প্ৰণাম কৰে, নিৰা-মিষ খায়, জপ-তপ কৰে. দেওবাৰে দেওবাৰে কালিঘাটলৈ যায় আৰু ছমহৰৰ মূৰত এবাৰ যায় হৃষীকেশলৈ তাকো জোতা নিপিন্ধাকৈ। এতিয়া বিয়া কৰোৱাৰ পাছত তালৈ যাব নে নাযায় বুজা নগ'ল। মই কিন্তু এইবোৰ শুনি মুখাৰ্জিৰ প্ৰতি ভাল ধাৰণা পোষণ কৰিব নোৱাৰিলোঁ।

"মুখাৰ্জি, আপুনি সঁচাকৈয়ে স্বতঃস্ফূৰ্তভাৱে এনে হৈছেনে, কিবা হেৰাই যোৱাৰ বেদনাত বিকল্প হিচাপে এইবোৰকে সাবটি লৈছে।"

"মোৰ কি হেৰাব পাৰে? মোৰ একো নাছিল। গতিকে মোৰ একো হেৰুৱাবলগীয়া নাই। বাট নাও আই হেভ্ চামথিং টু লুজ। যেনে…"

"চাকৰি আৰু শ্ৰীমতী।"

শিখাই খিলখিলকৈ হাঁহি উঠি মোৰ বুদ্ধিৰ প্ৰশংসা কৰিলে। ইপিনে মুখাৰ্জিয়ে ঘূৰাই-পকাই মোক বুজাবলৈ চেষ্টা কৰিলে যে আধ্যাত্মিক ধনৰ দৰে পৰম ধন একো নাই। মই মোৰ এটা মূল-নীতি অনুসৰণ কৰি কোনো মতবিৰোধ নেদেখুওৱাকৈ বুৰ্বকৰ দৰে

মুখাৰ্জিক শলাগি এক অশুভ দৃষ্টিৰে শিখালৈ চালোঁ৷ ইয়াকে বুজা- বলৈ যে মই শিখাৰ মৰ্মস্থল তথাপি এক্স-ৰে কৰিব পাৰিছোঁ।

আৰু বেছি সময় নাই। ভিজিয়ানগৰম পালোঁহিয়েই। গন্তব্য-স্থানত নামিবলৈ আৰু এঘণ্টা বাকী। কল বেচা হকাৰ এটাই চিঞৰিলে। এটাই আপেল আপেল বুলি চিঞৰিলে। শিখাৰ কিনিবৰ ইচ্ছা গ'ল। মুখাৰ্জিয়ে ক'লে, "নালাগে ইয়াত কিনিব। ৰেল বিশ মিনিট ৰ'ব। মই ষ্টলৰপৰাই আনোঁগৈ।"

এই বুলি মুখাৰ্জি ভিজিয়ানগৰম জংছনত নামি গ'ল। গতিকে শিখাৰ লগত শেষ কথা পতাৰ এয়ে উত্তম সুযোগ।

"শিখা, তোমাৰ লগত হয়তো জীৱনত দেখা নহ'বও পাৰে। প্লিজ, এনচাৰ ড্য ট্ৰুথ। এওঁৰ লগত তোমাৰ কেনেকৈ বিয়া হ'ল? দ্বিতীয় প্ৰশ্ন,—এওঁৰ লগত তুমি সুখীনে?"

"মানে, মানে, মোৰ প্ৰতি কৌতুহলত নহয়, কেৱল গল্পত ব্যৱহাৰ কৰিবলৈ?

"নহয়। কৈছোঁৱেই নহয়; এতিয়া আৰু এইবোৰ ৰোমাঞ্চৰ কথা নিলিখোঁ। কাৰণ, মোৰ ছোৱালীবেই মোৰ উপন্যাস বুজি পোৱাৰ বয়স হ'ল।"

"তেন্তে?"

"আচলতে তোমাক সুখী বুলি জানিলে মোৰ বৰ ভাল লাগিব। কিবা অহেতুক কাৰণত কাৰোবাক সুখী দেখিলে ভাল লাগে। হয়তো লিখক হিচাপে মোৰ এইকণেই মহত্ব বাকী আছে।"

"শুনক। বিয়াখন আচৰিত ধৰণে হৈ গ'ল। মুখাৰ্জিয়ে কেতিয়া ক'ত মোক লগ পালে এইবোৰ কোৱাৰ দৰ্কাৰ নাই। মাথোন মই জানিব পাৰিছোঁ—মোক দেখি তেওঁৰ হেনো ভাব হৈছিল এই বুলি: আগৰ জন্মত হেনো তেওঁৰ মোৰ দৰে এগৰাকী পত্নী আছিল। সেইবাবে এজনক এৰি অহাৰ পাছতো বিয়াখন হোৱাত একো অসু-

বিধা নহ'ল। এই ফালবপৰা তেওঁৰ কুসংস্কাৰ নাই অৱশ্যে।"

"তুমি এবাৰ পন্তাই আকৌ কিয় বিয়া কৰালা?"

"মানুহ বৰ অকলশৰীয়া। অন্ততঃ বিবাহিত জীৱনে সেই নিঃসংগতা কিছু লাঘব কৰে।"

"তুমি সুখী?"

অৱশ্যে। জানেনে, বিবাহিত জীৱনত, পৰিয়ালৰ জীৱনত সুখৰ এটা বস্তু থাকিব লাগে, যিটো বহুত দম্পতীৰ বা পৰিয়ালৰ নাই? কি জানে?—ফাইডেলিটি উইথ এ কেপিটেল এফ। আমাৰ মাজত এই বুজাপৰা আছে আৰু থাকিব। মৰণৰ পাছৰ পৰজন্মৰ কথা ভৰা মানুহটো অন্তত: বিপথে যাব নোৱাৰিব। আৰু কি জানে?"

"কোৱা।"

"যৌৱন বৰ অবিশ্বাসী। কিন্তু এওঁৰ যৌৱনক বিশ্বাস কৰিব পাৰি। অন্ততঃ সেই বিশ্বাসক, আমাৰ ঐতিহ্যৰ ভিত্তিক, চুৰমাৰ নকৰিবলৈ মোৰ যৌৱনে শিক্ষা পাইছে।"

"কিন্তু-শিখা মই ভাবোঁ, মোৰ বিশ্বাস, তোমাৰ ৰূপ ইমান উগ্ৰ যে তুমি সুখী হ'ব নোৱাৰা। পোনতে ৰূপ থকাৰ অস্বস্তি পাছত ৰূপ হেৰুউৱাৰ অনুতাপ।"

"ভুল, চব ভুল। বুইছে, শুদ্ধ হওঁক, ভুল হওঁক, মানুহক এটা বিশ্বাস লাগে। বিশ্বাস নহ'লেই আমি অসুখী।"

"তুমি পৰজন্মত বিশ্বাস কৰা?"

"নকৰোঁ বা বিশ্বাস কৰিবলৈ চেষ্টাও কৰা নাই। তথাপি তেওঁৰ প্ৰতিটো কথা বিশ্বাস কৰোঁ।"

মোৰ একো বিশ্বাস ন'হল। যদি তাইৰ এই অভিজ্ঞান, কিয় তাইৰ চঞ্চল চকুত তিৰবিৰণি, কিয় বেশ-ভূষাত এই প্ৰাৰ্থনাসূচক ব্যঞ্জনা, কিয় মোৰ বিষয়ে জনাৰ এই অযথা কৌতূহল? মোৰ সাহস বাঢ়ি গ'ল। তাইৰ ওচৰত থিয় দি চকুলৈ বহুত পৰ চাই থাকি সুধিলোঁ—"শিখা, কোৱা,—সঁচাকৈয়ে তুমি সুখী?" তাই ক'লে,

জীৱনৰ লগত এটা মীমাংসালৈ আহিছোঁ। — বিয়াৰ জৰিয়তে। আপোনাৰ সেই বাবে ইমান ঈৰ্ষা হৈছে কিয়?"

মই ক'লোঁ, "ইৰ্ষাৰ প্ৰশ্নই নুঠে। এদিনৰ আগতে মোৰ মনত তোমাৰ অস্তিত্বই নাছিল। মোক মাত্ৰ এটা সমিধান লাগে। অতি চুটিকৈ। তুমি সুখীনে?"

"অঁ, সুখী। বিবাহিত জীৱনত মই ভীষণ সুখী।"

"কোন জীৱনত অসুখী?"

"জীৱনৰ সীমাবদ্ধতাৰ কথা ভাবিলে ভয় লাগি যায়। উস্, জীয়াই থকা কি যে এক যন্ত্ৰণা! কাৰোবাৰ বেছি, কাৰোবাৰ কম। এয়ে।"

"এৰা, এৰা, মই জানো। শিখা, তুমি ইমান ৰূপ লৈ সুখী হ'ব নোৱাৰা।"

"তুমি — ক্ষমা কৰিব, আপুনিও ইমান গুণ লৈ সুখী হ'ব নোৱাৰে।"

শিখা থিয় হ'ল মোৰ চকুলৈ ৰ লাগি চাই ৰ'ল। দুধাৰি চকুলো বৈ আহিল তাইৰ দুচকুৰেদি। মই মাথোন ক'লো, "এয়াই জীৱনৰ সীমাবদ্ধতা আৰু এৰণ্টাৰ পাছত নামিম তুমি মাত্ৰ স্বপ্ন হৈ থাকিবা। ইয়ে, ইয়ে, উই আৰ নট এবাভ লিমিটেশ্যান...."

শিখাই চায়েই আছে। মই সেই সম্মোহিনী দৃষ্টিৰপৰা আঁতৰ হ'বলৈ চেষ্টা কৰিলোঁ। কৰিড'ৰলৈ ওলাই আহিলোঁ। ভাবিলোঁ— এনেকৈ থিয় হৈয়েই বাকীখিনি বাট যাম। মই আৰু শিখাক চোৱা উচিত নহ'ব। এৰা, গভীৰ পাৰস্পৰিক উপলব্ধিৰ নাম যদি প্ৰেম,—এই প্ৰেমক অধিক সান্নিধ্যৰে তুচ্ছ কৰা উচিত নহয়। সৌন্দৰ্য্যৰ অন্য নাম যদি বেদনা—এই বেদনা মোৰ জীৱনত যেন মধুৰ বিষাদ হওঁক।......

...এয়া বাৰ বাজিছে। ইঞ্জিন চিগনেলৰ খুটা পাৰ হ'ল। কুলিবোৰ জপিয়াই কমত সোমাল। বিচনাখন বন্ধাই আছে। চুট-কেছটো তাৰ ওপৰত। কুলিটোৱেই বস্তুখিনি কোঠাৰপৰা আনক। মই আৰু ভিতৰলৈ নোসোমাওঁ।

ৰচনা: এপ্ৰিল, ১৯৭৬

# মুখামুখি

বিশ্ববিদ্যালয় অনুদান আয়োগৰ আমন্ত্ৰণক্ৰমে আন্তৰ্জাতিক খ্যাতি-সম্পন্ন বিজ্ঞানী অধ্যাপক টি. আৰ মেথাৰে আমাৰ বিশ্ববিদ্যালয়লৈ প্ৰথমৰ দিনাই আহি যেতিয়া এটা অখ্যাত অপৰিচিত মানুহৰ বিষয়ে জানিবলৈ বিচাৰিলে, আনকি তাক যেনে-তেনে লগ কৰা উচিত হ'ব বুলিও একান্ত আগ্ৰহ প্ৰকাশ কৰিলে, তেতিয়া উপাচার্যৰপৰা ভূতত্ত্ব বিভাগৰ কাৰ্টোগ্ৰাফাৰলৈকে সকলো বিস্মিত আৰু কৌতূহলাক্ৰান্ত হ'ল। এই অখ্যাত অপৰিচিত মানুহটোৰ নাম হ'ল—ডঃ এলাডা নৰসিংহম্ ৰাও।

যিকোনো এজন আমেৰিকান বিশেষজ্ঞই নিজ দেশত চিনাকি হোৱা কোনোবা ইণ্ডিয়ানক বিচৰা নাই, বিচাৰিছে টি. আৰ. মেথাৰৰ দৰে এজন বিজ্ঞানীয়ে যাৰ ভাৰতত পদাৰ্পণ ভাৰতীয় বিজ্ঞান-সমাজত এটি উল্লেখযোগ্য ঘটনা। বৰলাগ, থমচন, লৰেন্স, খোৰানা আদি যুগান্তকাৰী বিজ্ঞানী আহোঁতে, আনকি সৌ সিদিনা কলিজা প্ৰতিষ্ঠাপন কৰা প্ৰথম বিজ্ঞানী ক্ৰিষ্টিয়াম বৰ্ণাড আহোঁতেও, ভাৰতীয় বিজ্ঞান সমাজত যি উখলমাখল লাগিছিল, এতিয়াও তেনে অৱস্থা। বাতৰি কাকতৰ প্ৰথম পৃষ্ঠাত অধ্যাপক মেথাৰৰ ছবিৰে সৈতে জীৱনী ওলাইছে, সাক্ষাৎকাৰ ওলাইছে, সম্পাদকীয় স্তম্ভতো মেথাৰৰ বিজ্ঞানৰ ভৱিষ্যত সম্পৰ্কে কৰা মতামত লৈ আলোচনা-বিলোচনা হৈছে। বাৱন্ন বছৰীয়া সুপুৰুষ মেথাৰৰ গাত আছে ইয়াৰ উপৰিও চিত্ৰতাৰকাৰ দৰে 'গ্লেমাৰ'। তেখেতৰ খ্যাতি, ব্যক্তিত্ব আৰু বক্তব্যই সকলোকে অভিভূত কৰিছে আমাৰ বিশ্ববিদ্যালয়লৈ তেখেত আহিছে

ভাৰতৰ পূব উপকূলৰ ভূতত্ব সম্পৰ্কে এলানি সাৰগ ভাষণ দিবলৈ। সঁচাকৈয়ে আমাৰ বিশ্ববিদ্যালয়ৰ ভূতত্ত্বৰ অধ্যাপক আৰু গৱেষক-সকলৰ কাৰণে এটা ঐতিহ্যপূৰ্ণ ঘটনা। কলেৰোডো বিশ্ববিদ্যালয়ৰ এই স্বনামধন্য লোকজনে আমাৰ বিশ্ববিদ্যালয়ক ধন্য কৰিছে'।

অধ্যাপক মেথাৰৰ অভিনন্দন জনোৱা, অতিথি সংকাৰ কৰা, আদি সকলো 'ভি-আই-পি ট্রিটমেণ্ট' সুকলমেই চলিছিল; উপাচাৰ্যৰপৰা ছাত্ৰকল্যাণ বিভাগৰ সঞ্চালকলৈকে কোনেও নিজ কৰ্তব্যত উজুটি খোৱা নাছিল। কিন্তু দ্বিতীয়দিনা অধ্যাপক মেথাৰে সকলোকে চিন্তিত কৰি তুলিলে। তেখেতে শেষত এনেকৈয়ে কবলগীয়া হৈছিল, 'মই জানো, সি নিজে মোক দেখা কৰিবলৈ নাহে। তাক মযে খা-খবৰ কৰিব লাগিব। সি কিয় নিষ্ক্ৰিয় হৈ আছে, কিয় গৱেষণা পত্ৰত তাৰ নাম নেদেখোঁ, এই বিষয়ে মই জানিব লাগিব। এনেদৰে এটা প্ৰতিভাৰ অপচয় হ'বলৈ দিব নোৱাৰি। আপোনালোকে তাক বিচাৰি দিলে সঁচাকৈয়ে সুখী হ'ম।

এইষাৰ কথা গুৰুত্বপূৰ্ণ। ইয়াৰ অৰ্থ হ'ল—নৰসিংহম ৰাও বিশাখাপট্টনমতে আছে আৰু তাক বিচাৰি অনাটো বিশ্ববিদ্যালয়ৰ কৰ্তব্য। উপাচাৰ্যই ইয়াৰ ভাৰ দিলে পঞ্জীয়কক। এইটো সচৰাচৰ নিয়ম। পঞ্জীয়কে ছাত্ৰকল্যাণ বিভাগৰ সঞ্চালক আৰু ভূতত্ব বিভাগৰ সকলোকে মাতি আনি ক'লে, "আমি সকলোৱে বিচাৰিব লাগিব। নহ'লেই আমাৰেই অপযশ।" পঞ্জীয়কে এনেকৈ কৰ্তব্যৰ বিকেন্দ্ৰীকৰণ কৰি বহুত মানুহক চিন্তিত কৰি তুলিলে।

আমাৰ পঞ্জীয়ক এম. গোপালকৃষ্ণ ৰেড্ডীয়ে দুবছৰৰ আগতেহে কাৰ্যভাৰ গ্ৰহণ কৰিছে। অৱসৰ গ্ৰহণ কৰি সমুদ্ৰৰ পাৰত ধুনীয়া ঘৰ এটা সাজি স্বচ্ছন্দভাৱে সময় কটোৱা আগৰ জনা পঞ্জীয়কক এই বিষয়ে ক'লে। কিন্তু আগৰজনে তেনে এটা নাম শুনিছিল যদিও পাহৰিলে বুলি ক'লে। সম্প্ৰতিৰ পঞ্জীয়ক গোপালকৃষ্ণ

বেজডীয়ে কথাটো প্ৰত্যাহ্বান হিচাপে গ্ৰহণ কৰিলে। এই অখ্যাত অপৰিচিত নামটোৱে—ড: এলাডা নৰসিংহম্ ৰাওৱে—তেখেতৰ গতা-নুগতিক জীৱনলৈ এক বৈচিত্ৰ্য আনিলে। তেখেতৰ মানসপটত যেন এই নামটো ডাঙৰ হৈ হৈ তাৰ বিয়াগোম আকৃতিৰে আনবোৰ পৰিচিত নাম ঢাকি পেলালে! বিশ্ববিশ্ৰুত বিজ্ঞানী মেথাৰে কৈছিল, "মই বাইছ বছৰ আমেৰিকাৰ বিভিন্ন বিশ্ববিদ্যালয়ত কাম কৰিলোঁ। বহুত গৱেষকে মোৰ তলত কাম কৰিলে। বহুতে ডাঙৰ ডাঙৰ ডিগ্ৰী পালে। কেবাজনো বিচক্ষণ গৱেষক পালোঁ। কিন্তু আমাৰ নৰসিংহম্ এক ব্যতিক্ৰম। সি বিচক্ষণেই নহয়, আৰু বহুত। নিশ্চয় জেনিয়াচ্—টু হাই—এবভ্ ড্য ব্ৰাইট পিপ'ল"

"কিন্তু প্ৰফেছৰ," উপাচাৰ্যই মাত লগালে, "ডেকাজন আমাৰ ঠাইতে আছে বুলি আপুনি সঠিককৈ জানেনে?" অধ্যাপক মেথাৰে ক'লে, "সঠিক খবৰ পাইছোঁ কাৰণেই কৈছোঁ। মই জানো, সি মোলৈ চিঠি নিলিখে। নৰসিংহম্ ৰাও বেফিকিৰ মানুহ—এ মেন উইথ্ হিজ্ ব্ৰন বেণ্ড অফ্ কন্‌ফিডেন্স। প্ৰতিভা থকা মানুহবোৰ তেনেকুৱাই। পিছে, অলপ আঘাত পালেই সি শেষ হৈ যাব পাৰে। তাক মই ভালকৈ বুজি পাওঁ।"

"সি এই চহৰতে আছে বুলি কেনেকৈ গম পালে?" পঞ্জীয়কে সুধিলে। ইয়াৰ উত্তৰত অধ্যাপক মেথাৰে ক'লে যে অলপতে ওচ্‌মানিয়া বিশ্ববিদ্যালয়ৰপৰা শিক্ষক এজন গৈছিল তেওঁৰ তলত গৱেষণা কৰিবলৈ। তেওঁৰ নাম ফজলুল হক। আমেৰিকা যাত্ৰাৰ দহ দিনৰ আগতে ফজলুল হক হায়দ্ৰাবাদৰপৰা দিল্লীলৈ আহোঁতে বিমানত এলাডা নৰসিংহম ৰাওৰ লগত তাৰ পৰিচয় হৈছিল। এক অপূৰ্ব সংযোগ। এজন মেথাৰৰ তলত গৱেষণা কৰি ডিগ্ৰী লৈ ঘূৰি আহিল আৰু এজন একেজন মানুহৰ ওচৰলৈকে যাব ফজলুল

হকে নৰসিংহম্ ৰাও ক'ত থাকে জানিছে। এই বিশাখাপট্টনমতে। কিন্তু সি কি কাম কৰে এই বিষয়ে কেৰাবাবো লোধাতো সি একো নক'লে। সি বাৰে বাৰে ফজলুল হকক ক'লে, "আপুনি আম কথা লোধক। চৰ কম। কিন্তু আপুনি মোৰ প্ৰফেছাৰৰ ওচৰলৈকে যাব কাৰণে মোৰ জীৱিকা সম্পৰ্কে কব নোৱাৰিম। মাথোন কব - মই বৰ্ত্তি আছোঁ। জীয়াই থকা নাই—আই একজিষ্ট অন্ লি, আই এম্ নট্ লিভিং।"—

এইটো কেনে ধৰণৰ জীৱিকা হ'ব পাৰে? পঞ্জীয়ক গোপালকৃষ্ণ ৰেড্ডীৰ মনত বহুতো প্ৰশ্ন। পোনতে টেলিফোন ডাইৰেক্টৰীখন চালে। ডঃ এন্. ৰাও আৰু মিঃ এ. এন. ৰাও বহুত। তেওঁ ভাবিলে, এলাভা নৰসিংহম্ ৰাও বহুত. এঃ এন. ৰাওৰ মাজত হেৰাই গ'ল। বিশাখাপট্টনমৰ শিল্পাঞ্চলৰ বহুত বিষয়াৰ মাজত, ক্লাবৰ মাজত আৰু শীত-তাপনিয়ন্ত্ৰিত আৱাসৰ মাজত বিচক্ষণতাৰ সীমা চেৰাই যোৱা ডঃ এলাভা নৰসিংহম ৰাও এটা সংখ্যা হৈ পৰিল।

ভূতত্ত্বৰ মুৰব্বী অধ্যাপক ডঃ পূৰ্ণচন্দ্ৰ মূৰ্খিয়ে পঞ্জীয়ক ৰেড্ডীক ক'লেহি যে কেইবছৰ মানৰ আগতে, তেওঁ ৰীডাৰ হৈ থকা সময়ত, ডঃ এ. এন. ৰাও বুলি এজনে চাৰি বছৰ ৰিচাৰ্চ এচিচ্ টেণ্টৰ কাম কৰি শেষত ইস্তফা দি গুচি গ'ল। কিন্তু ক'লৈ গ'ল তেওঁ ক'ব নোৱাৰে। এতিয়াৰ ৰীডাৰ ৰমানা ৰাওৰ মতে সি কোনোবা কোম্পানীত কাম কৰে। অধ্যাপক মূৰ্খিৰ মনত পৰিছে যে এই ডঃ এ. এন. ৰাওজনে আমেৰিকাত ডিগ্ৰী পাইছিল।

এই কথা শুনাৰ পাছত পঞ্জীয়ক ৰেড্ডীয়ে ৰহস্য উদঘাটনৰ উপায় বিচাৰি পালে। মানুহজনক নিশ্চয় কেইটামান কোম্পানীত বিচাৰিলে পোৱা যাব। বিশেষকৈ কেইটামান উল্লেখযোগ্য শিল্পানুষ্ঠানত ; হিন্দুস্থান শিপয়াৰ্ড, কেল্ টেক্স আদিত নতুবা নৌবিভাগত। তাতো কিছুমান প্ৰশাসনীয় বিষয়া থাকে। মানুহজন নিশ্চয় মোটা দৰমহা পোৱা বিষয়া। বিশাখাপট্টনমৰ বিষয়া শ্ৰেণীটোৰ কথা [illegible]

পৰিলেই মনলৈ আহে ৰিজুৱান ক্লাব আৰু ব্যয়বহুল এছি বা ফাইভ ষ্টাৰ হোটেলৰ নাম। ৱাণ্টায়াৰ ক্লাব, ইউ-বি-এচ ক্লাব, ক্লাৰ্ক হোটেল, চান এণ্ড চি, পাম বীচ, চি ভিউ ইত্যাদি। বিশ্ববিদ্যালয়ৰ বিষয়া আৰু শিক্ষকসকল এইবোৰৰ সীমাৰ বাহিৰত। কিন্তু এজনত বাদে। তেওঁ হ'ল ৰাষ্ট্ৰ বিজ্ঞানৰ লেকচাৰাৰ বৰদাবাজলু।

আৰু বৰদাবাজলু! এই নামটো মনত পৰাত গোপালকৃষ্ণ ৰেড্ডী আশ্বস্ত হ'ল। এৰা, ঠিক মানুহেই বিচাৰি পাইছে। বৰদাবাজলু খুব তীক্ষ্ণ বুদ্ধিৰ ছাত্ৰ আছিল। 'ৰেকৰ্ড মাৰ্ক' পাই এম. এ পাছ কৰাৰ পাছতেই লেকচাৰাৰ হ'ল। সাধাৰণতে তাতকৈ বেছি ডিগ্ৰী থাকিলেহে আমাৰ এই পুৰণি বিশ্ববিদ্যালয়খনত লেকচাৰাৰ পদ পোৱা যায়। কিন্তু বৰদাবাজলু এক ব্যতিক্ৰম। কাৰণ, ডিগ্ৰীৰে বিচক্ষণতাক জুখিব নোৱাৰি। কিন্তু এক বিৰাট সম্ভাৱনা এখন বিয়াই শেষ কৰি পেলালে। তেওঁ মনপুতি গৱেষণা কৰিছিল। কিন্তু সকলো খেলিমেলি হৈ গ'ল। বিয়াৰ প্ৰস্তাৱ আহিল। বিয়া হ'ল। তেওঁ যৌতুকত পোত গ'ল। ধনীৰ কন্যাৰ পাণিগ্ৰহণ কৰি পালে ৱাণ্টায়াৰত দুই লাখটকীয়া ঘৰ, ভালেমান নগদ টকা আৰু গোদাবৰী অঞ্চলত এশ একৰ সাৰুৱা মাটি। নতুন সম্পত্তিবান বৰদাবাজলুৱে ততালিকে শিক্ষাক গৌণ বুলি ভাবিলে। 'গ্ৰেমাৰ'ৰ কাৰণে কোনোমতে চাকৰিটোহে বজাই ৰাখিলে। লায়ন্স ক্লাবৰ সভাপতি হ'ল; বহু ৰাতিলৈকে ক্লাব আৰু হোটেলত থকা হ'ল। দেশী মটৰগাড়ী তেওঁৰ মানত অস্পৃশ্য হ'ল। আমাৰ বিশ্ববিদ্যালয়ত বৰদাবাজলুৰ নতুন ব্যতিক্ৰমৰ অধ্যায় আৰম্ভ হ'ল।

বৰদাবাজলুৰ লগত যোগাযোগ হ'ল। ফোন কৰা অলপ দেৰি হোৱাহেঁতেনেই তেওঁক পোৱা নগ'লহেঁতেন। অনাকাপল্লীৰ লায়ন্স ক্লাবত তেওঁৰ কাম আছিল। তালৈ বুলি ওলাইছিলেই। এনে সময়তে পঞ্জীয়কৰ ফোন পোৱা গ'ল।

তেওঁ পাঁচ বজাত পঞ্জীয়কৰ বাসভৱনত উপস্থিত হ'লহি। পঞ্জীয়কৰ কথাবোৰ শুনি তেওঁ আচৰিত হ'ল। ক'লে, "নৰসিংহম বাবুক

যে এখন বিশ্ববিদ্যালয়ৰ প্ৰয়োজন হ'ব মই কল্পনাও কৰিব নোৱাৰোঁ। তাৰ আকৌ শিক্ষাজগতৰ লগত কি সম্পৰ্ক ?"

"মানে তোমাৰ তাৰ লগত অন্তৰঙ্গতা আছে ? তাক তুমি চিনি পোৱা ?"

"বন্ধুৱেই নহয় খুব ভাল বন্ধু।"

"কিন্তু তুমি যে উপলুঙা কৰিলা ? জানানে সি আমেৰিকাৰ এখন বিখ্যাত বিশ্ববিদ্যালয়ৰ ডক্তৰেট ?"

"চাৰ, বিদ্যা ডিগ্ৰীৰে জুখিব নোৱাৰি। বিদ্যাৰ চৰ্চা নকৰিলে, মামৰে ধৰিলে,—বহুতৰে বিদ্যাত বহুত মামৰ—নানান ডিগ্ৰীৰ কোনো লাভ নাই।"

"মানে তুমি মই কোৱা ডঃ এ. এন. ৰাওৰ কথাই কৈছা তো ?

"হয়, চাৰ, তাৰ কথাই কৈছোঁ। সিয়েই মোক কৈছিল—কলেৰেডো বিশ্ববিদ্যালয়ৰ জিওলজিৰ ডক্টৰেট বুলি।"

"আচলতে তাৰ কামটো কি ?"

"মাৰোৱাৰী কোম্পানীৰ এড্‌মিনিচ্‌ট্ৰেটিভ অফিচাৰ।"

"কোন কোম্পানীৰ ?"

"হিন্দুস্তান পলিমাৰ্চ।"

"ভাল চাকৰি ?"

"সিয়েই 'বচ'। তিনি হেজাৰৰ বেছি দৰমহা পায়।"

"খুব ধনী ?"

"মজুত টকা কিমান আছে নাজানো। কিন্তু আয় কৰা বেছি-ভাগ টকাই বাতি খৰছ কৰে। সি এজিয়া আৰু আপুনি কোৱা চায়ন্টিষ্ট-জনৰ ওচৰত হাজিৰ হলেহি একো কামত নাহিব।"

"তথাপি তুমি যোৱা। আমাৰ কৰ্তব্য আমি কৰিব লাগিব।"

ভোজিয়া নজিয়া শেষ হৈছে। ৰাতি পাটগাভক হৈছে। বৰদা-বাজনু ভলাই আঁচিল। আমেৰিকান গাড়ীখন নিজে চলাই আহিছিল। সেউঁ এলেম্‌টোঁঠা পাই জগদ্দা নামৰ ছবিৰবটোৰপৰা মৰলিয়ৰ

ৰাওৰ ঘৰ-অফিচলৈ ফোন কৰিলে। চাকৰ এটাই ফোন ধৰি জনালে যে যোৱা তিনি দিন তাৰ প্ৰভু ঘৰলৈ অহাই নাই, ক'ৰবাৰ ক'ৰবাৰপৰাহে অফিচ কৰিছে।

ইয়াকে শুনি ৰৰদাৰাজলুৰ এটা চিন্তা জাগিল। তেওঁ ধৰি ললে যে অন্ততঃ তাৰ বন্ধু নৰসিংহম ৰাও বিশাখাপট্টনমতে আছে। গতিকে ৰাতি তাক ক'ত বিচাৰিলে পোৱা যাব তাৰ সবিশেষ ৰৰদাৰাজলুৰ জনা আছে। সি গমি চাই ঠিক কৰিলে যে ৰাতি নটাৰ পাছতহে চহৰৰ বিভিন্ন প্ৰমোদকেন্দ্ৰত তাক বিচৰা উচিত হ'ব।

পুৱ কালে গাড়ী চলাই 'অপ্সৰা' হোটেল পোৱাৰ লগে লগে ৰৰদাৰাজলুৱে তাতে নৰসিংহম ৰাওক বিচৰাৰ কথা ভাবিলে। তালৈ সোমাই গৈ পোনতে 'বাৰ'ত তাক নাপাই হতাশ নহ'ল। কাৰণ, অতি কম সময়ৰ ভিতৰতে শিল্পোদ্যোগৰ ক্ষেত্ৰত আগশাৰীৰ নগৰ হৈ পৰা বিশাখাপট্টনমত ''অপ্সৰা'ৰ নিচিনা অনেক হোটেল আছে। আনকি সাগৰৰ পাৰত ইয়াতকৈ ভাল হোটেল তিনিখন আছে। সি প্ৰত্যেকখন হোটেলত খবৰ কৰা অসম্ভৱ। তথাপি নৰসিংহম ৰাওৰ প্ৰিয় শীত-তাপনিয়ন্ত্ৰিত হোটেল কেইখনত প্ৰণালীবদ্ধভাৱে খবৰ কৰি যোৱাটো উচিত বুলি ভাবিলে। তাৰ আগতে 'অপ্সৰা'ৰ 'বাৰ'ত অলপ সুৰাপান কৰি ললে। মগজটো পৰিষ্কাৰ কৰি লব-লৈকে। ঘৰত দেৰিকৈ ওলালেগৈয়ে অজস্ৰ সম্পত্তিৰ অধিকাৰিণী ঘৈণীয়েকে মুখ ওন্দোলাই নাথাকিব। কাৰণ, আহোঁতে ঘৈণীয়েকক তাৰ 'মিশ্যন'টোৰ কথা কৈ আহিছে। নৰসিংহম ৰাওৰ লগত আনকি তাৰ ঘৈণীয়েকৰ পৰিচয় আছে। কিন্তু সাধাৰণতে তেলেগু-সকলে ইজনে সিজনৰ পত্নীৰ লগত পৰিচয় হোৱাৰ সুযোগ নিদিয়ে।

'হোটেল মেৰিণা', 'চাই হোটেল', 'ভেঙ্কটাচলম', 'ইষ্ট ক'ষ্ট' আৰু 'আনন্দ নিলয়ম'ত তাক বিচাৰি নাপাই ৰৰদাৰাজলু অলপ হতাশ হ'ল। 'আনন্দ নিলয়ম'তে আন এবিধ [illegible] উদৰস্থ কৰি 'ককটেইল'ৰ আমেজ উপভোগ কৰিবলৈ তাৰ বৰ মন গ'ল। অবান্তৰ অথচ

সেইসময়ৰ মনটোৰ ক্ষেত্ৰত অতি বাস্তৱ চিন্তা কিছুমান কৰি গোম হৈ ৰহি থাকিল। মাজে মাজে টেবুলত মূৰটো থৈ সুৰাই নিচুকাই অনা নিদ্ৰাসুখো উপভোগ কৰিলে। কিছুপৰৰ মূৰত অলপ স্বাভাৱিক অৱস্থালৈ আহি ঘড়ীটো চাই সি আচৰিত হ'ল। ৰাতি এঘাৰটা বাজিলেই। আৰু দুঘন্টা বাকী। এই দুঘণ্টাৰ ভিতৰতে নৰসিংহম ৰাওক, ড. এন. এ. ৰাওক, বিচাৰি উলিয়াব নোৱাৰিলে পঞ্চায়কৰ ক্ষুৰত সি থেঁৱ হ'ব লাগিব, তাৰ কথা নৰজিব। সেয়েহে সি থৰককৰক খোজ দি তাৰ বিদেশী গাড়ীখনত ষ্টিয়েৰিং ধৰিলে।

এইবাৰ 'পাম বিচ'ত। তাত 'কেবেৰা' নাছিল বাবে 'বাৰ'খন বন্ধ। 'চি ভিউ'ত একজনমান নাৰিকে সুৰাপান কৰি মত্ত হৈ আছে। তাতো ডঃ এ. এন. ৰাও নাই। আৰু এখন হোটেল বাকী: 'চান এণ্ড চি'ত সি থাকিবই লাগিব। তাত কেবেৰা নৃত্য চলে প্ৰায় তিনি ঘণ্টা। ভাবিলে, ইয়াত নৰসিংহম ৰাওক নাপালেও নৰ্ত্তকীৰ নিৰাভৰণ দেহসৌষ্ঠৱ চাই বাসনা ক্ষুৰধাৰ কৰাই বেয়া নহ'ব।

'চান এণ্ড চি'ৰ আহল-বহল চৌহদৰ ভাল গছেৰে বৃত্তাকাৰ কৰি ৰখা ঠাইত ৰৰদাৰাজলুৱে মটৰ গাড়ীখন ৰাখিলে। হোটেলত সোমায়েই এক বিশেষ কক্ষত কেবেৰা চলি থকাৰ কথা গম পালে। সি পোনে পোনে তালৈকে গ'ল। কোঠাটোৰ অস্পষ্ট কোমল পোহৰত সি দেখা পালে যে প্ৰত্যেকখন টেবুলৰ কাষৰ চকীবোৰত সুৰাপায়ী নতুনৰ সন্ধানীসকলৰ উচ্ছাসভৰা গুঞ্জন। আৰু ফকাচ কৰা পোহৰৰ গোলাৰ্দ্ধত কেবেৰা নৰ্ত্তকীৰ নিম্নতম আবৃত দেহৰ কামবিচ্ছুৰিত অশালীন ছন্দ যি ছন্দই সঙ্গীতক অনুসৰণ কৰা নাই, কৰিছে জৈৱ প্ৰকৃতিক।

ৰৰদাৰাজলু থিয় দি থকা ঠাইতে বয় এটাই চকী এখন আনি থলেহি। সি বাহ লৈ বয়টোক সুধিলে, "কোন ?" বয়টোৱে ক'লে, "চিন্মি—কেৰেলাৰ। ৰাসন্তীও আছে। এইৰ 'ট্ৰিপিণ্ড'ৰ পাছতেই।"

"বাণ্ডী ক'ৰ ?"

"এংলো। এইটো নাম নিজে লৈছে। চাহাব, হুইস্কি ?"

"ভাৎল স্কচ্।"

হলটোৰ বিক্ষিপ্ত আলোত দৰ্শকবৃন্দক পাতালপুৰীৰ ছায়াহীন কায়া যেন লাগিছে। নৰসিংহম্ ৰাও আছেনে নাই ধৰা পেলোৱা টান। নৰ্ত্তকীৰ দেহো অধিক নমনীয় হৈ পৰিছে, সঙ্গীতে আসুৰিক গৰ্জন কৰি উঠিছে। এনে এটা পৰিস্থিতিক আওকাণ কৰিও বৰদাৰাজলুৱে দৰ্শকবোৰ চাইছে। কিন্তু কোনো চিনাকি মুখে ধৰা দিয়া নাই। সি ভাবিছে, এৰা এই কাহিলি কাহিলি পোহৰ, পোহৰ নহয়,—পুহি ৰখা পাপৰ বিচ্ছুৰণহে। তেনেহলে সি এটা ৰজালৈকে, কেবেঁৰা শেষ নোহোৱালৈকে, থাকিব লাগিব। আগতে ওলাই গৈ 'কৰিডৰ'ৰ এচুকত থিয় হৈ নিয়ন লাইটে ধৰা দিয়া দৰ্শকবোৰৰ মাজৰপৰা পঞ্জীয়কে কোৱা এই প্ৰাক্তন জিজ্ঞাসীজনক বিচাৰি উলিয়াব লাগিব।

হঠাত আলোকিত গোলাৰ্দ্ধত সেউজীয়া পোহৰ, তাৰ পাছত তাৰ মাজত ঘূৰিছে নানা পখিলাৰ ৰং তাৰ পাছত তেজৰঙা পোহৰ, সদৌ শেষত সকলো ৰং এক লৈ সূকযৰ তীব্ৰ পোহৰ। এই পোহৰৰ লগে লগে সঙ্গীতে কামনাৰূপী দৈত্যৰ আদিম আস্ফালন-ধ্বনি বিয়পাইছে। নৰ্ত্তকী চিঞৰিয়ে সঙ্গীতক তল পেলোৱা ধ্বনিৰে নিম্নতম আভৰণৰ আৰু এটা অংশ খুলি পেলাইছে। লগে লগে বাদ্যযন্ত্ৰবোৰে কোলাহলৰ সুৰ এৰি এটা নাচিব পৰা সুৰ বজাইছে। চিঞৰি থামিছে, কিন্তু ব্যাকৰণ নমনা নৃত্য অবিৰাম চলিছে। হলৰ বিক্ষিপ্ত আলোক উন্মাদ হৈছে, লুভীয়া মেকুৰীৰ চকুৰ দৰে বহুত হাল চকু বেছিকৈ জিলিকিছে। কিন্তু এটা দায়িত্ব লৈ আহিছে কাৰণে বৰদাৰাজলুৰ মনটো অশিষ্ট পুলকানুভূতিত হেৰাই যোৱা নাই।

তথাপি এইবাৰ তাৰ আচৰিত হোৱাৰ পাল। এটা মানুহ টলং পলংকৈ নৰ্ত্তকীৰ কৰ্তৃত্বত থকা পোহৰৰ গোলাৰ্দ্ধটোৰফালে আহিছে।

মাখনবৰণীয়া কোট আৰু ৰঙাৰ ওপৰত বগা ফুট থকা বো টাই পিন্ধা মানুহটো যে নৰসিংহম ৰাও হ'ব পাৰে আৰু সি যে ইমান সহজে ধৰা দিব, ৰবদাৰাজলুৱে কল্পনাই কৰিব পৰা নাছিল নৰসিংহম্ ৰাওৱে কেবেঁৰা নৰ্ত্তকীৰ চৌকাশে তাৰ নিজৰ মতে নাচিছে। বোধহয় কিছুমান দৰ্শক সন্তুষ্ট হ'ব পৰা নাই। কেইখনমান টেবুলৰ কাষত গুণগুণনি উঠিছে। হয়তো খন্তেকলৈ হলেও এটা পুৰুষ দেহে দৃষ্টি ব্যাঘাত কৰাৰ কাৰণেই।

অলপ পৰৰ পাছত নৰসিংহম্ ৰাও নিজৰ আসনত বহিলগৈ। নাচনীয়েও দৰ্শকৰ আশাত আউল নলগাই আগৰ নাচবোৰৰ দৰেই নাচ শেষ কৰিলে। হলটো সম্পূৰ্ণ আন্ধাৰ হ'ল। নিমিষতে আকৌ সেই বিক্ষিপ্ত আলো। ঘোষণা শুনা গ'ল, "এইবাৰ মিচ্ বাসন্তী। ইজিপ্সিয়ান নৰ্ত্তকীৰ আৰ্হিত চেক্স বম্ব বাসন্তী……"

সঙ্গীত মৃদু, মাজে মাজে থমকি ৰোৱা। এই সুবিধাতে ৰবদা-ৰাজলু নৰসিংহম্ ৰাওৰ ওচৰ পালেগৈ। তাক দেখি ৰাওৱে উচ্চা-সেৰে ক'লে, "হেলো বল্ড বয়। আৰ ইউ এলন?" এইবুলি কৈয়ে সি ৰবদাৰাজলুৰ লগত কেলকেটা কেমিকেলসৰ ব্ৰাঞ্চ মেনে-জাৰ অভিৰাম চন্দ আৰু হিন্দুস্থান শ্চিপ্‌য়াৰ্ডৰ পাৰ্চেজ অফিচাৰ মাজন মেথিউৰ লগত চিনাকি কৰি দিলে। তাৰ দামী চিগাৰেট-ডালৰ সামান্য অংশহে পুৰিছিল। চিগাৰেটডালৰ আগটো এচ ট্ৰেত হেঁচা দি মুমাই বিতৃষ্ণাৰে ভিতৰত গুজি থৈ সি আকৌ ক'লে, "কেনে? ল'ৰা-ছোৱালী পঢ়ুৱাই আমনি লাগিল? ইয়ে, আই এম্ কাৰেক্ট—অল্ ভিচগাষ্টিং, আই মীন, অল জব্‌চ্। বাই দি ৱে, তুমি যদি বাসন্তীক বেছি ওচৰৰ পৰা চাব খুজিছা, মোৰ চক্ৰীতে বহা। মই যাওঁ। কালি তাইক দেখিছোঁ। মোৰ কাৰণে তাই এলাৰ্জি। কিং জৰ্জ হস্পিতেলৰ মেট্ৰনবোৰৰ দৰে গোমোঠা মুখ, আলুৰ বস্তাৰ দৰে পেট।"

এই কথা শুনি বৰদাৰাজলুৱে ভালেই পালে। কাৰণ সি এতিয়াই নৰসিংহম্ ৰাওক লৈ যাব পাৰিব। সি অভিপ্ৰায়টো জনাব খোজোঁতেই শ্ৰীনিবাস ৰাওৱে বাসন্তী সম্পৰ্কে কৰা অভিমত সহ্য কৰিব নোৱাৰি ক'লে, "নৰসিংহম্, মই তোমাৰ সৌন্দৰ্যৰ ধাৰণাৰ লগত একেবাৰে একমত হ'ব নোৱাৰোঁ। শ্বি ইজ এন্ এন্‌জেল। শ্বি ইজ লুচ্চিয়াচলি অন দি হেভি চাইড্। এয়া স্বাস্থ্যৰ লক্ষণ।"

নৰসিংহম্ ৰাওৱে একো অভিমত নিদিলে। এনেতে বৰদাৰাজলুৱে মাত লগালে, তোমাক মোৰ বৰ দৰ্কাৰ। চাৰে এঘাৰলৈকে বিচাৰি ভাগ্যে ইয়াতে পালোঁহি। এতিয়া মোৰ লগত যাবা? বৰ ডাঙৰ কথা আছে।"

নৰসিংহম্ ৰাও বৰদাৰাজলুৰ লগত ওলাই আহিল। কবিতৰত নৰসিংহম্ ৰাওৱে ক'লে, "মোক কিন্তু তোমাৰ গাড়ীৰেই থ'ব লাগিব। মিচেচ পেটেলৰ গাড়ীতহে ইয়ালৈ আহিলোঁ। বাই দি ৱে, হোৱাট ইজ ইয়ৰ মিচন উইথ এ হাম্বল ফেলো লাইক মি?"

"এতিয়া নকওঁ। সাগৰৰ বালিত বহিম। লাহে ধীৰে ক'ম। বৰ গুৰুতৰ কথা। মোৰ ফালৰপৰা নহয়। তোমাৰ ফালৰ পৰাহে। মই ভবা নাছিলোঁ যে তুমি ইমান গুণী হ'ব পাৰা। মই ভাবিছিলোঁ যে বহুত অদৰ্কাৰী পণ্ডিতৰ দৰে তুমিও যিকোনো এটা ডক্টৰেট।"

বৰদাৰাজলু, এইবোৰ নকবা। মই নিজে কি খুব ভালকৈ নিজক বুজি পাওঁ? মোক তু'ম তোষামোদ কৰা নাইতো? ব'লা, পোনচে সাগৰৰ বালিতে বহোঁগৈ। মই একো বুজা নাই, তোমাক বৰ 'মিচিভাচ' যেন লাগিছে।"

"হয়তো আমি দুয়োটা শেষ হৈ গলোঁ। সেই কাৰণে আমাৰ দুয়োটাৰ ইমান বন্ধুত্ব। আমি একে গছৰ পাণ, একে জলাশয়ৰ মাছ।"

"ববদাবাৰুলু, মিষ্টাৰ ববদাবাৰুলু, পেটত সিবিধ বস্তু বেছিকৈ পৰা নাইতো? মদ খাই চব কৰাটো পছন্দ কৰোঁ। এতিয়া কাপোৰ-কানি খুলি সাগৰৰ বালিত নাচাগৈ যদিও মই আপত্তি নকৰোঁ; কিন্তু, ফৰ গড'চ ছেইক, মদ খাই মাতলামি কৰিবা, কিন্তু 'ফিলচফি' নকৰিবা। জানা, মদ খাই 'ফিলচফি' কৰে কাৰণেই চন্দ্ৰমল্লিকাক 'টোটেলি এভইড' কৰিলোঁ। আৰু সি বেটা অৰ্জুন ৰাও, মানে আমাৰ কেলটেক্সৰ এ, আৰ. ৰাও, সি ৰাষ্টাৰ্ড মদ খালেই ঈশ্বৰৰ অৱতাৰ হৈ পৰে।"

"তুমি ফিলচফি নকৰিলেও, মোৰ ভাব হৈছে, খুব বলকা"

"হোৱাট?"

দক্ষিণে বঙ্গোপসাগৰৰ অনন্ত বিস্তৃতি, পশ্চিমে বিশাখা বন্দৰত পোহৰৰ পয়োভৰ, পূবে লাইট হাউচৰ বঙ্কিম ৰশ্মি। পিঠিফালে বিশ্ববিদ্যালয় নগৰী ৱাল্টায়াৰ নিদ্ৰামগ্ন। নিৰ্মেঘ আকাশত শেষ ৰাতিৰ জোন। বঙ্গোপসাগৰৰ উত্তাল জলধিৰ ঢৌৱে ঢৌৱে জোনৰ পোহৰে ইন্দ্ৰজাল ৰচিছে। খলক লগোৱা লুণীয়া পানীয়ে সিহঁতৰ চৰণ ধুইছে। সমুদ্ৰকল্লোলত আদিম জীৱনৰ উচ্ছ্বাস।

সিহঁত বহু দিন এনেকৈ সাগৰৰ পাৰলৈ অহা নাছিল। এতিয়া জনপ্ৰাণীহীন সাগৰবলুকাত বহি দৃষ্টিৰে ঢুকি নোপোৱা সাগৰখনলৈ চাই চাই সৃষ্টিৰ ব্যাপকতাত মুগ্ধ হৈছে। জীৱনৰ তুচ্ছতা পাহৰি সিহঁত প্ৰকৃতিৰ উদাৰতাৰ মাজত মিলি গৈছে। সমুদ্ৰই সিহঁতৰ মুখৰ ভাষা কাঢ়ি লৈ গৈছে। সিহঁতৰ আত্মাৰ সংযোগ হৈছে অপৰূপা প্ৰকৃতিৰ অনন্ত ব্যাপ্তিৰ লগত। সময় যেন নিশ্চল, গতিহীন। হঠাতে সংজ্ঞা পোৱা মানুহৰ দৰে নৰসিংহম্ ৰাওয়ে কৈছে "তোমাৰ বাঁক টোপনি আহেনে?" ববদাবাৰুলুৱে লাহে লাহে কৈছে, "তুমি এনেকৈ সুধিছা যেন পৃথিৱীৰ কোনো মানুহৰে টোপনি নাহে। শুব পৰাটো যেন ভাগ্যৰ কথা। সেইবোৰ বাদ। তোমাক মই

অতি গুৰুতৰ কথা কৰলৈ আহিছোঁ, এটা আচৰিত ধৰণৰ অনু-বোধ কৰিবলৈ আহিছোঁ, অথচ তুমি কোনো কৌতূহল দেখুওৱা নাই। ইয়াৰ কাৰণ একো বুজা নাই। তেনেহলে মই তোমাক লগ ধৰাৰ কাৰণে তুমি ভাল পোৱা নাই?"

নৰসিংহম্ ৰাওৱে একাজলি ফটিক-বগা বালি আঙুৰাই আহি থকা ওখ ঢৌ এটাৰ ফালে চুটিয়াই দি ক'লে, "মই লুটচা, অসংযমী। কিন্তু সেই অনুপাতে নিৰ্লিপ্ততাও আছে। মই নিজক চিনি পাইছোঁ; এই এক কাল্পাতুৰ সাধু—এ লাইচেক্সিয়াচ চেইণ্ট।"

বৰদাৰাজলু: এৰা নিজক চিনা বৰ টান। তথাপি নিজক কিছু বুজি পাইছোঁ যদি খুব ভাল কথা। তুমি বিচক্ষণ ছাত্ৰ আছিলা, কলেজেৰেডাৰ ডক্টৰেট, ক্ৰিচ্‌টেলোগ্ৰাফি আৰু জিওমৰ্ফ'লোজিৰ দৰে বিষয়ত তোমাৰ অদ্ভুত দখল আছিল, তুমি বিচক্ষণেই নাছিলা— তুমি আছিলা জেনিয়াচ। ইমান বছৰৰ পাছতো প্ৰফেছাৰ টি, আৰ, মেথাৰৰ দৰে বিজ্ঞানীয়ে তোমাক পাহৰিব পৰা নাই—। মুঠতে এইবোৰ কথা মই নজনাহেঁতেনেই ভাল আছিল। তুয়ো আত্মিক শূন্যতাৰে, সাৰশূন্যৰূপে, উইথ নো ৰিগ্ৰেট, এল্‌কোহলিকৰ তালি-কাত নাম লিখাই হঠাৎ এদিন মৰিব পাৰিলোঁহেঁতেন। কিন্তু নৰ-সিংহম, তোমাক আৰু এনে পলাতক হ'বলৈ দিব নোৱাৰোঁ। আই চোৱেৰ অন ভেংকটেশ্বৰম, আস্তে ৰাওগাৰু, আই উইল চি ডেট্ ইউ......

নৰসিংহম ৰাও: মই অন্ততঃ এটা কৈফিয়তকে দিব পাৰোঁ, কিন্তু তুমি তাকো নোৱাৰা। তোমাক ধনে নষ্ট কৰিছে। জানা, ধনী শ্ৰেণীটোৰ কোনো কৃষ্টি নাই, কোনো চৰ্চা নাই। তুমি কামটো বাদ দিব লাগিছিল।

বৰদাৰাজলু: এৰা, তুমি মোক ভাল বুজি পাইছা। মাজে মাজে ময়ো তেনেকৈ ভাবোঁ। মই বিশ্ববিদ্যালয়ত থাকি উচিত কাম কৰা নাই।

নৰসিংহম ৰাও : বাছেল পঢ়িছা, বাট্ৰাণ্ড ৰাছেল ?

ৰৰদাৰাজলু : কোনখন ?

নৰসিংহম ৰাও : কনকুৱেষ্ট অফ হেপিনেচ ।

ৰৰদাৰাজলু : পঢ়িছোঁ ।

নৰসিংহম ৰাও : কি পালা ?

ৰৰদাৰাজলু : আমি যে বেছি অসুখী, তাকে বেছিকৈ বুজিলোঁ। তাৰ কাৰণ হ'ল, তোমাৰ, মোৰ, আৰু হয়তো বহুতৰে খৰচ কৰিবলৈ আৰু আৰামত থাকিবলৈ মাত্ৰাতকৈ অধিক ধন আছে। কিন্তু আমি কক্ষচ্যুত, আমাৰ কৰ্মত কোনো সন্তুষ্টি নাই। ভাল লাগে এটা, কৰিছোঁ কিবা এটা।

নৰসিংহম ৰাও : ঠিক কৈছা। মোৰ কামখিনি এটা সাধাৰণ কমাৰ্চ গ্ৰেজুৱেটে বেছি ভালকৈ কৰিব পাৰিলেহেঁতেন। কিন্তু সিহঁতে এইটো কাম নাপায়। কাৰণ দৰমহা বহুত।

ৰৰদাৰাজলু : মই কিয় তোমাক বিচাৰি আহিলোঁ, জানা ?

নৰসিংহম ৰাও : ধৰিব পাৰিছোঁ। তোমালোকৰ বিশ্ববিদ্যালয়ে মোৰ সুবৰ নাৰাখেনে, আৰু মোৰ গুণবোৰৰ যে কথা তাৰ মানুহে কব মোৰ বিশ্বাস নহয়। পৰহি কাগজত মেথাৰ্চৰ ছবি দেখাৰেপৰাই মই শুব পৰা নাই। ক্লাৱে ক্লাৱে মদ খাইছোঁ, পাছত কেৰেঁৰা, তাৰ পাছত নিজৰ লগত মুখামুখি হৈ কান্দিছোঁ। নিশ্চয় মোৰ কথা এ কেছাৰ মেথাৰেই আপোনাক কৈছিল।

ৰৰদাৰাজলু : তুমি খুব বুদ্ধিমান। কথাটো হয়। তেখেতেই কৈছিল। তেখেতৰ আমাক চাবলৈ বৰ হেঁপাহ। তুমি যে নিজে তেখেতৰ ওচৰলৈ নাযাবা তেখেতে জানে। এতিয়া মই ভাইচ-চেন্সেলাৰ আৰু ৰেজিষ্ট্ৰাৰৰ অনুৰোধত তোমাক তালৈ নিবলৈ আহিছোঁ। কাইলৈ পুৱা যাবা ?

নৰসিংহম ৰাও : মই নিজে সিদ্ধান্ত লব নোৱাৰিলোঁ। কিন্তু মাতি পঠিয়াইছে যদি যাবই লাগিব। মোৰ 'চাৰ' মোৰ নিজৰ ঠাইতে আছিছে, মই এয়াৰ প'ৰ্টতে দেখা কৰিব লাগিছিল। মই যামেই। এতিয়া তোমাৰে তালৈকে যাওঁ। তাৰ পাছত তোমাৰ লগতে 'চাৰ'ক লগ পাম। তুমি কিন্তু অনবৰত মোৰ লগতে থাকিব লাগিব। তেখেতক অকলে লগ পোৱাৰ মূলধন মোৰ নাই।

এইখিনি কথা কৈ নৰসিংহম ৰাওৱে টক ল'বাৰ দৰে নাকৰ পানী উজাই উচুপিলে। সমুদ্ৰৰ ঢৌৰ কিৰিলিয়ে উচুপনিৰ শব্দ তল পেলালে। বৰদাৰাজলুৱে শুনিলে।

ৰাতি পুৱাবলৈ আৰু বেছি সময় নাই। মটৰ গড়ীত বহি বৰদাৰাজলুৰ দ্বাৰকাপুৰমৰ ঘৰলৈ অহা সময়ত গাড়ীচালক বৰদাৰাজলুৱে কথা কবলৈ বিচৰা নাই। তাৰো মনত কষ্ট; সিও আত্মবিশ্লেষণ কৰি নিজক জীয়াতু ভোগাইছে। মনুষ্য লগত কিজানি আত্মাৰ সম্পৰ্ক আছে। কাৰণ মনটোৱে মাজে মাজে তাৰ জীৱনটো অৰ্থহীন বুলি বুজাই দিয়ে। তেতিয়াই যত পয়মাল! আজিও তেনে।

অথচ কাষত বহি থোৱা নৰসিংহম ৰাও মুখৰ হৈ পৰিছে। সি কৈছে, "মই এই অৱস্থাক যুক্তিৰে দাঙি ধৰিব পাৰোঁ। আই কেন কনৃভিঞ্চিংলি বেচনেলাইজ। আমেৰিকাৰ ডিগ্ৰী ললোঁ— বিখ্যাত লোকৰ সান্নিধ্যত। তাতো কাম পাইছিলোঁ। প্ৰফেছাৰ মেথাৰেই তেখেতৰ তলত কাম এটা দিছিল। এতিয়ামানে বহুত ভাল 'পজিচন'ত থাকিলোহেঁতেন। কিন্তু দেশৰ কামত লগাওঁ বুলি, উপকূলীয় ভূতত্ত্বৰ কিছু কাম কৰিম বুলি, ইয়ালৈ আহিলোঁ। চাৰি বছৰ তোমালোকৰ তাত এচিচ্‌টেন্ট লেকচাৰাৰ হলোঁ। গৱেষণা কৰিবলৈ সুবিধা দিয়া পাছ কথা, খালী পৰি থকা লেকচাৰাৰ পদটোও মোৰপৰা আনে কাঢ়ি নিলে। ইয়ানেই তোমালোকৰ বিশ্ববিদ্যালয়ত সাম্প্ৰদায়িকতাৰ প্ৰাদুৰ্ভাৱ। মই যদি 'কামাং' হলোহেঁতেন,

সেই কেইবছৰতে 'বীতাৰেই হ'ব পাৰিলে' হেতেন। দুৰ্ভাগ্যবশতঃ মই হাইছু। সিফালে ওচ্মানিয়া বিশ্ববিদ্যালয়ত আছিল ৰেড্ডীৰ অখণ্ড ৰাজত্ব। মই খণ্ডত কাম ইস্তফা দিলোঁ। ভাবিলোঁ, সকলোতে এনে কিছুমান গণ্ডগোল আছে যাৰ বাবে মোৰ একো নহ'ব। আচলতে ভাৰতৰ মই জনা বিশ্ববিদ্যালয় কেইখনমানৰ লেতেৰা ৰাজনীতিৰ কথা জানি বৰ ঘৃণা হ'ল। বিতৃষ্ণাত শিক্ষকতা এৰিলোঁ। এতিয়াৰ কামটোত কোনো বিষয়ৰ ডক্টৰেটৰ দৰ্কাৰ নাই। পালোঁ দুটি কাৰণত—মোৰ আমেৰিকাৰ ডিগ্ৰী আৰু হয়তো দেখাত বেয়া নহয় কাৰণেও।"

বৰদাৰাজলুৱে একো নামাতিলে। সিও আজিহে ভালকৈ নিজৰ লগত মুখামুখি হৈছে। উদ্দেশ্যবিহীন জীৱন যন্ত্ৰণাত সি কাতৰ।

বৰদাজুলুৰ ঘৰতে নৰসিংহম ৰাওৱে ৰাতিৰ বাকী থকা সময়কণ কটালে। পুৱা আঠ বজাত প্ৰাতঃভোজন সমাপ্ত কৰি দুয়ো অধ্যাপক টি. আৰ. মেথাৰৰ ওচৰলৈ ওলাল। মেথাৰ আছিল ফেকাল্টি ক্লাবৰ ওচৰৰ গেষ্ট হাউচত।

এটা দোষী মনেৰে নৰসিংহম ৰাও বাৰান্দাত থিয় দি থাকিল। বৰদাৰাজলুৱে কলিং বেলটো টিপি দিয়াত অধ্যাপক মেথাৰৰ কোঠাটোৰ দুৱাৰখন 'খোল খালে। দুয়ো সোমাই গ'ল। দুয়ো অধ্যাপকক পুৱা বেলাৰ সম্ভাষণ জনালে। নৰসিংহম ৰাওৱে বৰদাৰাজলুক চিনাকি কৰি দিয়েই ক'লে, "মোক ক্ষমা কৰক, চাৰ, মই আজিহে।" মেথাৰে ক'লে, "সেয়া একো ধৰিবলগীয়া কথা নহয়। তুমি তোমাৰ সময় উলিয়াই আহিছা, মোৰ ক'বলগীয়া কি থাকিব পাৰে!"

"বৰ ভাল লাগিল, চাৰ, আই এম্ চ' হেপি। কিমান দিনৰ মূৰত যে দেখা হ'ল। মই মানুহ হৈ থকা নাই, চাৰ। পোনতে মূৰেই এয়াৰ প'র্টলৈ যাব লাগিছিল। কিন্তু, চাৰ, মই নোৱাৰিলোঁ। আচলতে আপোনাৰ ওচৰত উদগ্ৰাৱ হৈ ওলাবলৈ মোৰ একো মূল-

ধন নাই, চাৰ। মই কাল কটাইছোঁ, জীয়াই থকা নাই। আই এম জাষ্ট নট লিভিং। মই অলপ আগতে এওঁক, বৰুৱাবাবুক কৈছিলোঁ, ইয়াক মই ক'তো একো সঁহাৰি নাপালোঁ। মোক কোনেও নুবুজিলে। নিজ ঠাইৰ মানুহৰ উদাসীনতাই মোৰ মন, বিষাক্ত কৰি তুলিলে। শেষত মই বিক্ৰী গলোঁ। এটা কোম্পানীত সোমাই এতিয়া......।" নৰসিংহমৰ কথা বন্ধ হ'ল। নিজক নিজে বেছি পুতৌ কৰা বিধৰ কথা ক'বলৈ আৰু নিবিচাৰিলে। অধ্যাপক মেথাৰে হয়তো তাৰ মনোবেদনা বুজি পালে। তেখেতে ক'লে, "তুমি মোৰ তালৈতো যাব পাৰিলাহেঁতেন।"

"ইয়াৰ কোনো উত্তৰ দিব নোৱাৰিম, চাৰ।"

"তুমি কম্পেনীত বেছ দৰমহা পোৱা নহয়?"

"বেয়া বুলি কব নোৱাৰি।"

"শুনা নৰসিংহম, ইণ্ডিয়ালৈ আগতেও আহিছোঁ। এটা কথা দেখি আচৰিত হৈছোঁ। যোগ্য ডেকাবোৰে দেশৰ কথা নাভাবি কেৱল গাড়ী ফ্ৰিজ আৰু আৰামৰ কথা ভাবি এনেকৈ যদি হেৰাই যায়, তেনেহলে দেশে কাক ভাৰসা কৰিব? কিন্তু মোৰ দেশত ভোগীও আছে কৰ্মযোগীও আছে। অথচ চবেই কয়, আমি বস্তুবাদী, আমি বেপাৰী। অথচ তোমালোকৰ গীতাত আছে স্বধৰ্মত নিধন হোৱাও ভাল। তোমাৰ স্বধৰ্ম, ইয়ৰ ৰন ট্ৰেইট, আছিল গৱেষণা, কিন্তু তুমি ললা এটা বেলেগ বৃত্তি। এনেকৈ তোমাৰ দৰে মানুহ এটা শান্তিত থাকিব নোৱাৰা।"

"মই আগতেই কৈছোঁ, চাৰ, মোক পাহৰি পেলাওক।"

এইটো বাক্য উচ্চাৰণ কৰি নৰসিংহম অস্থিৰ হৈ পৰিল। তাৰ চকু চলচলীয়া পৰিল। তাৰ এই গুৰুজনৰ ওচৰত নিজৰ অসহায় অৱস্থাটো লুকুৱাবলৈ নিবিচাৰিলে।

কিছুপৰ কাৰো মুখত কথা নাই। অৱশেষত প্ৰফেচাৰে মাত লগালে, "মই কিন্তু তোমাৰপৰা বহুত আশা কৰিছিলোঁ। পৃথিৱীৰ

সকলো উপকূলৰ ভূতত্ত্বৰ বিচাৰত এক ঐক্য বিচাৰি পোৱাৰ সম্ভাৱনা আছে। সেই বাবে মই এটা ডাঙৰ প্ৰজেক্ট পাইছোঁ। এতিয়া কোৱা, তুমি মোৰ লগত যাবা? এই সহজ বিলাসৰ জীৱন এৰিব পাৰিবা?"

মাত্ৰ এটা শব্দৰ উত্তৰ: পাৰিম বা নোৱাৰিম। কিন্তু যি কোনো এটা উত্তৰ দিয়া সহজ নহয়। তাৰ বাবে আত্মবিশ্বাস আৰু দুৰ্দান্ত সাহসৰ প্ৰয়োজন। নৰসিংহমে এনে এটা স্পষ্ট উত্তৰ দিয়াৰ মনটো হেৰুৱাই পেলাইছে। সি বিমোৰত পৰিছে। ৰবদাৰাজলু ফালে চাইছে। ৰবদাৰাজলুৰ মুখ দেখি ভাব হৈছে, সি অধ্যাপক মেথাৰৰ ফলীয়া। নৰসিংহই এবাৰ কাৰ্পেটখনৰ নক্সাবোৰ চাইছে, এবাৰ চাইছে চিলিং ফেনখনলৈ। সি অধ্যাপক মেথাৰৰ মুখলৈ চাব পৰা নাই। একো একোটা চেকেণ্ড তাৰ মনত এঘণ্টা যেন লাগিছে। শেষত অধ্যাপক মেথাৰৰ মাতটো শুনি অলপ সকাহ পাইছে।

"বাই দি ৱে, নৰসিংহম, তুমি বিয়া পাতিলানে নাই? আচল কথাটোৰেই এই পৰ্যন্ত সোধা নহ'ল।"

'নাই পতা।"

"কিয়।"

"কিছুমান 'এবষ্ট্ৰেক্ট' আৰু কিছুমান 'চলিড' কাৰণত। বন্ধনটোত কিবা ফাঁকি আছে যেন ভাব হৈছে। মানে কিছুমান ভদ্ৰমহিলাক চিনি পাওঁ যি……।"

"অ বুজিলোঁ। ঠিক আছে, বিয়া কৰোৱাৰ স্বাধীনতাত কোনেও হস্তক্ষেপ কৰা উচিত নহয়। কিন্তু বিয়াই যদি নকৰিলা, তেনেহলে এই নিৰাপত্তাৰ কোনো অৰ্থ নাই। তেনেহলে, তুমি মোৰ প্ৰস্তাৱটোৰ উত্তৰ দিবলৈ ইমান টান নহ'ব। ভাবি চোৱাঁ, বিজ্ঞানত কোনো আঞ্চলিকতা নাই। ই আন্তৰ্জাতিক।"

তথাপি নৰসিংহমে যাব পাৰিম বুলি ক'ব পৰা নাই। কাষতে বহি থকা ৰবদাৰাজলুৱে অধ্যাপকৰ প্ৰস্তাৱত মান্তি হ'বলৈ ইঙ্গিত

দিছে; কিন্তু নৰসিংহৰ অধ্যাপকৰ ওচৰত জড় পদাৰ্থ হৈ পৰিছে।

"তোমাৰ নৰসিংহম, আকৌ আৰম্ভ কৰিবা?" অধ্যাপকৰ আকৌ সেই একেই প্ৰশ্ন। এইবাৰ নৰসিংহম নিৰ্বাক হৈ থাকিব নোৱাৰিলে। হঠাতে তাৰ মুখৰপৰা ওলাই পৰিল, "চাৰ, যিটো বিষয়ত মই ডক্টৰেট, মই সেই বিষয়টোকে পাহৰি পেলালোঁ। এয়ে মোৰ ট্ৰেজেডী।"

এই উক্তি শুনি অধ্যাপক মেথাৰ বিচলিত হোৱা যেন দেখা গ'ল। তেওঁ কিবা এটা ক'ব খুজি বৈ গ'ল। কিছুপৰ নিমাতে থাকি লাহে লাহে কৈ গ'ল, "পৰিশ্ৰমী মানুহৰ কাৰণে কোনো আৰম্ভণিকে দেৰি হৈছে বুলি কব নোৱাৰি। আমাৰ বিশ্ববিদ্যালয়ৰ ডঃ ৰাবেন মাৰ্চকতো তুমি চিনি পোৱা। তেওঁ যোৱা মহাযুদ্ধৰ আগে পাছে বৃটিছৰ সৈন্য বিভাগৰ কাম কৰিছিল। এতিয়া হাইড্ৰোলজিৰ এজন অথৰিটী।"

নৰসিংহমে অধ্যাপকৰ এই উক্তিৰ পৰা বুজি পালে যে তাক তেখেতে এতিয়াও উপযুক্ত বুলিয়েই ভাবি আছে। সেয়েহে সি ক'লে, "চাৰ, মই যদি নাযাওঁ বুলি কওঁ তেনেহলে মোক কি বুলি ধৰি লব? অধ্যাপক মেথাৰে লগে লগে ক'লে, 'ভাবিম, তুমি পলাতক, এচ্কেপিষ্ট। লুক, নৰসিংহম, প্ৰফেছনৰ লগত ইণ্টাৰেষ্টৰ মিল নাথাকিলে কোনো বুদ্ধিমান মানুহ সুখী হ'ব নোৱাৰে। ময়ো 'ষ্টেনভাক'ত পাৰ্চনেল অফিচাৰ আছিলোঁ। কিন্তু বিশ্ববিদ্যালয়লৈ ঘূৰি নহাকৈ থাকিব নোৱাৰিলোঁ।

ইয়াকে শুনি নৰসিংহমে মনত কিছু বল পালে। ক'লে, "আপুনি আৰু দুদিন আছে বাবে মোক ভাবিবলৈ দিয়ক। কাইলৈ যেনে তেনে মোৰ সিদ্ধান্তৰ কথা কমহি।"

অধ্যাপকে ক'লে, "ভাল কথা। কিন্তু মই তোমাৰ ইচ্ছাত হস্তক্ষেপ কৰিছোঁ বুলি নাভাবিবা।"

চাৰে নটা বাজিলেই। অধ্যাপক মেথাৰৰ বক্তৃতা দিবৰ বাবে

গুলাবৰ সময় হ'ল। সিইঁতে বিদায় মাগিলে। বাটত ৰৰদাৰাজলুৱে ক'লে, "তুমি কিজানি পথটো বিচাৰি পালা। কিন্তু মোৰ কি হ'ব?"

ডঃ এলাভা নৰসিংহম ৰাওৱে তাৰ একো উত্তৰ নিদিলে। ৰৰদাৰাজলুৱে আকৌ সোধাত সি ক'লে, "নিজৰ সমস্যা নিজেই সমাধান কৰিব লাগিব। ইয়াৰ কোনো 'চৰ্ট কাট' নাই।"

এই বুলি কৈ সি অৱশ হৈ চকু দুটা মুদি ভাবিলে, অধ্যাপক মেথাৱৰ তাক লৈ ইমান মূৰ ঘমোৱাৰ কি দৰ্কাৰ আছিল? সি যদি কাইলৈ তেখেতৰ ওচৰলৈ নাহে, তেনেহলে কথাটো কেনে হ'ব? আৰু সি যদি পাছপ'ৰ্ট ভিচা যোগাৰ কৰি এমাহমানৰ পাছত কলেৰেভোলৈ যায়গৈ তেনেহলে গুন্তুৰত থকা তাৰ বুঢ়া মাক-বাপেক, কলেজত পঢ়া ভায়েক দুটা আৰু গাভৰু ভনীয়েক দুজনীক কোনে চাব? আমেৰিকাৰপৰা জানো পৰিয়ালটোৱে এতিয়াৰ দৰে চলিব পৰাকৈ ডলাৰৰ চেক পঠাব পাৰিব?......

ৰচনা—১৯৭৭

# কৃষি-গৌৰৱ

বছৰে এবাৰ নহয় কেবাবাৰো এই ঠাইত ব্ৰহ্মপুত্ৰৰ বুকু মন উবুৰি খাই পৰিবই। মানুহ আৰু গৰু-মহ'ৰ নগুৰ নাগতি কৰিবই। পিছে বানপানীয়ে পথাৰতো তৰপে তৰপে পলস এৰি থৈ যাবই। ইয়াৰ মাটি সাৰুৱা। ইয়াৰ লকচাবন, এৰালি আৰু দলনি লহ-পহীয়া। পিছে ধান, মৰাপাট আৰু সৰিয়হ? কবলৈ মন কোঁচ খাই যায়।

আৰু মানুহবোৰৰ মনবোৰ জানো সাৰুৱা? সাৰুৱা মনৰ মানুহ জানো ঘনাই ঘনাই নিঠকৰা হয়? গাঁৱৰ মানুহ হৈ গাঁৱৰ গেলা-মালৰ দোকানত চাউল-দাইল আৰু আলু-পিয়াজ কিনিবলৈ কিয় শাৰী পাতিব লাগে। ইহঁত অকৰ্মন্য, এলেহুৱা, তলখুচৰীয়া, ভয়াতুৰ। কম-বেছি পৰিমাণে অসমীয়া মানুহৰ আটাইবোৰ বদগুণেই আছে।

পিছে সিহঁতক দুষিবলৈ জানো থল আছে? চৰকাৰৰ ঘৰৰ মানুহবোৰৰ জানো মগজবোৰ সাৰুৱা? প্ৰতিবছৰেই ব্ৰহ্মপুত্ৰৰ পাৰত মথাউৰি সজায় আৰু পানীয়ে বছৰেই ভাঙে। তাকে জানি-শুনিও চৰকাৰী বিভাগে মথাউৰি বান্ধিছে, আলি বান্ধিছে। যেন ল'ৰা-ছোৱালীয়ে বালিঘৰ সাজিছে আৰু আপোন ইচ্ছাৰে ভাঙিছে।

অথচ ইয়াতে খোপনি পুতি আঠ বছৰ বৈ থকা গড়-কাপ্তানী আৰু মথাউৰি বিভাগৰ অকামিলা ইঞ্জিনিয়াৰৰ অফিচটোত ঠিকাদাৰৰ ভিৰ দেখি ভাব হ'য়, ইহঁতে যেন সৰগলৈ উঠা জখলা এটা সাজি-বলৈহে দিহা কৰিছে।

অতি দুখৰ কথা যে ময়ো এই গড়-কাপ্তানী বিভাগটোৰ কেৰাণী। মই লম্পট নহ'লেও আন সৰ্কলোৰে দৰেই কপট। এই অঞ্চলৰ

সকলোৰেই কপট। ইঞ্জিনিয়াৰ চাহাব, কেৰাণী, মহৰী, ঠিকাদাৰ, সমূহীয়া উন্নয়নৰ মানুহ, কৃষিবিষয়া আৰু সৰ্ব্বশেষত ৰাইজো। ইয়াত থাকি মোৰ ভিতা লাগিছে। কিন্তু কৰিম কি? দৰমহা কেই টকাতো পাবই লাগিব।

ইহঁতে, মানে এই ডলখুচৰীয়া মানুহবোৰে মোক সমূলি দেখিব নোৱাৰে। মই মাজে মাজে দুই এটা সঁচা কথা ক'বলৈ ভাল পাওঁ কাৰণেই। ইহঁতে মোক গুণ্ডা বুলি এতিয়ালৈকে কোৱা নাই। বোধকৰোঁ মই সাধাৰণ ধুতি-পাঞ্জাবী এযোৰ পিন্ধো, বেগেৰে খোজ নাকাঢ়ো আৰু চেহেৰাটো ভেনেই নিমাখিত কাৰণেই। পিছে গুণ্ডা প্ৰকৃতিৰ মানুহ বুলিহে ইহঁতে কোৱা-কুই কৰিছে। আৰু শুনিবলৈ পাইছোঁ যে মই আজি-কালি চাকৰিটো পাইহে হেনো নিজ হাতেৰে চুৰ কৰিবলৈ এৰিছোঁ। এসময়ত যে মই চোৰ আছিলোঁ এই কথা হেনো খাটাং। এতিয়াও হেনো মোৰ চোৰৰ লগত যোগাযোগ আছে। মই হেনো চোৰৰ গভাইডটোহে।

পলস পৰা সাকৰা মাটিত ওপজা মনৰ মানুহে জানো এনে অভিমত দিয়ে? নিন্দুকৰ মগজুত ঘিউৰ বদলি গোবৰ-জাবৰ থকা হ'লেও ইয়াতকৈ উপযুক্ত কথা ক'ব পাৰিলেহেঁতেন।

এটা গুণ্ডা মোৰ লগ, সি চোৰো। আচৰিত কথা যে তাক মই ভাল পাওঁ। সেই বুলি জানো মই গুণ্ডা আৰু চোৰ? সত মানুহক মানুহে ভাল পায়। সেইবুলি সকলো মানুহেই জানো সত? বিনোবাৰ লগত পদযাত্ৰা কৰা আটাইবোৰেই জানো নিজৰ অসত প্ৰবৃত্তিবোৰ ত্যাগ কৰিব পাৰিছে? গান্ধীক মহাত্মা বুলি স্বীকাৰ কৰি জানো নেতাবোৰে আত্মাৰ উন্নতি কৰাৰ চেষ্টা কৰিছে?

এই অঞ্চলত এটাই নিৰ্ভীক মানুহ আছে, এটাই অকপটীয়া মানুহ আছে, এটাই আচল গুণ্ডা আছে, এটাইহে কলিকতীয়া বুদ্ধি থকা আচল চোৰ আছে। এটাইহে পৰিবেশৰ লগত খাপ খুৱাই চলিবলৈ চেষ্টা নকৰি আপোনমনে চলাৰ স্বাধীনতা উপভোগ কৰিছে, আৰু

সমাজক তৃণ যেনো জ্ঞান কৰা নাই। সি মৌলিক আৰু আপোন অৰ্থত ধীৰ-স্থিৰ। সিয়েই ৰূপম কাকতী। তাৰ লগত মিলামিছা থকাৰ কাৰণেই সি মোৰ আগত এইবোৰ কথা উলিয়াইছে। পিছে সিহঁতৰ বহুতেই নাজানে যে সি মোৰ সম্পৰ্কীয়, পিতাইৰ পেহী-য়েকৰ পুতেক। তাৰ কোনো নাই। নাই যে নাই, ভিনিহীয়েক এটাও নাই। এবছৰৰ আগতে সি জেলৰপৰা ওলাই অহাৰ লগে লগে ওচৰৰ গাঁৱত কিছুমান অদ্ভুত অদ্ভুত ঘটনা হৈ গ'ল। নতুন উপায়েৰে তলা খোলা, সিন্ধি নখন্দাকৈ ঘৰ সোমোৱা, তলা মাৰি থোৱা বাকচৰপৰা সোণৰ গহনা নাইকিয়া হোৱা, ভঁৰালৰ তলি ফুটাই ধান অনা, গৃহস্থৰ গৰুগাড়ীৰেই সৰিয়হ চুৰ কৰি আন ঠাইত বেচা আদি ঘটনাৰ শুং-সূত্ৰ বিচাৰি পুলিচ হায়ৰান হ'ল। সকলোৱে অনুমান কৰিলে যে ৰূপমে খালাচ পোৱাৰ পিচতহে এইবোৰ ঘটিবলৈ পাইছে। কোনোৱে এনেকৈয়ো কোৱা শুনিছোঁ যে পুলিচৰ তাৰ লগত যোগ আছে। কিন্তু মুখ ফুটাই ৰূপমক চোৰ বুলি ক'বৰ কাৰো সাধ্য নাই। সকলো ভয়ত থৰহৰি কম্প-মান। সি এতিয়ালৈকে বহুতক কাবু কৰিছে। যিহে চেহেৰা তাৰ লগত হতাহতি কৰিব পৰা বিধৰ।

কিন্তু যোৱা ছমাহ এইখন গাঁৱত আৰু ওচৰচুবুৰীয়া গাঁও-বোৰতো কতো চুৰি হোৱা নাই। ইয়াৰ কাৰণ? আনে ক'ব নোৱাৰে। মই হ'লে ক'ব পাৰোঁ। ভাল গুণ নেদেখা মানুহবোৰে কিন্তু নকয় যে মোৰ লগ লৈ ৰূপমে হাত লৰ স্বভাৱটো এৰিছে। অৱশ্যে সি হাত লৰ স্বভাৱটো একেবাৰে এৰা নাই।

ৰূপম মোৰ ওচৰলৈ আহে সদায় দেওবাৰে পুৱা। আনদিনা ৰাতি আঠটাৰ পাচত আহে। মই তাক কওঁ, "এইবোৰ এৰ। খেতি-খোলাত লাগ—।" সি কয়, "আনবোৰেনো খেতি কৰি কি কচুপাত লুলাইছে? পানীত জাহ যাবলৈ খেতি কৰিবি?"

মই আকৌ কওঁ, "আকৌ যদি জেললৈ যাবলগীয়া হয় ?" সি উলাহ মনেৰে মাত লগায়, "ভালেই হ'ব। পাক-ঘৰত থাকিবলৈ পাম। সদায় দুসন্ধ্যাৰ বাবে দুবেলা ভাবিব নলগীয়া হ'ব। বুইছ, জেললৈ যোৱাটো আমাৰ ট্ৰেইনিংহে কত যে কিটিপ শিকিলোঁ।" মই একো নামাতিলোঁ। মানুহক ভাল কৰা চাবি কাঠীডাল মোৰ হাতত নাই। মই সাধাৰণ মানুহ। নিজকেই দেখোন ভাল কৰিব পৰা নাই।

কিন্তু এইটো ৰূপনেই এদিন হাজাৰ হাজাৰ ৰাইজৰ চকুত আৰু আনকি দিল্লীৰ চৰকাৰৰ চকুত আদৰ্শ গাঁওবাসী হৈ পৰিল। তাৰ নাম চৌদিশে ফাটি-ফুটি গ'ল। সি কিন্তু তাৰ যশস্যাক তৃণ হেন জ্ঞান নকৰিলে। আগৰ দৰেই নিৰ্বিকাৰ।

তেনেহলে ৰত্নাকৰ বাল্মীকি হ'ল ? বৰ গছৰ ভূতে নাম-ঘৰৰ বুঢ়া ভাওৰীয়াত শৰণ ল'লে ? সেইবোৰ একো নহয়। ৰাইজৰ ধাৰনা সদায় অতিৰিক্ত। সি এদিন আহি ক'লে, "বুইছ তোষেশ্বৰ, মই এই বিদ্যা এৰিলোঁ।" মই সুধিলো "কিয় ? মতি-গতি ভাললৈ আহিল ?" সি মাথোন হাঁহিলে। সেয়া আচল হাঁহি নহয়, নিতান্ত বিদ্ৰূপৰ। চিগাৰেটৰ পেকেটটো মোৰ ফালে আগ-বঢ়াই দি নিজে ওঁঠ দুখনত হাত ফুৰাই কিছু সময় নিমাতে ৰ'ল। তাৰ পাচত ক'লে, "এইবোৰ মানুহৰপৰা বস্তু চুৰ কৰিবলৈ দেখোন সত নোযোৱা হৈছে অ'। মানুহবোৰ যে দিনে দিনে ইমান নিছলা হৈ গৈছে। কতৰ ঘৰত ভাত নাই, কতৰ ঘৰত পিন্ধিবলৈ কাপোৰ নাই। ক'ত মাক-বাপেকে ভোকত কন্দা ল'ৰা-ছোৱালীক মৰিয়াই ধৰিয়ায়। সিদিনা এঘৰৰ মাক-বাপেকে ল'ৰা-ছোৱালী দুটা কাটি নিজে ফাঁচ লাগি মৰিল। মই ভাকে শুনি ভাবিলোঁ, সিহঁতে মোক কোৱাহেঁতেন পুহি ৰাখিব পাৰিলোহেঁতেন। সিহঁতক থানালৈ নিয়া মই দেখিছিলোঁ। মোৰ কান্দি পেলাবৰ মন গৈছিল। দুদিন

একো খোৱা নাছিলোঁ। এবা চোৰৰ সমানো দুখীয়াৰ দুখ বুজে কোনে? সকলোৰে অৱস্থাৰ ভলা-নলা নাপালে সি চোৰ হ'বলৈ যাব কিয়? অৱশ্যে আৰু এবিধ মানুহে মানুহৰ অৱস্থা গম পায়, খাজনা তোলা মহৰীবোৰে।"

অৰ কথা শুনি মই তবধ মানিছিলোঁ। জ্ঞান বোলা বস্তু এটা কিজানি সকলোৰে আছে। চোৰ, ডকাইত, খুনী, গুণ্ডা,-সকলোৰে নাই কিজানি ভুৱা দি খোৱাবোৰৰ আৰু ক্ষমতা বজাই ৰখা-মানুহবোৰৰ। মোৰ তালৈ খুব মৰম লাগিছিল। সুধিছিলোঁ, "তেনেহলে তই এই স্বভাৱ এৰিবি?" সি কৈছিল, "এৰিলোঁ বুলি নকওঁ। মথাউৰি হওক, মানুহৰ বস জীপ হওক, তেতিয়া দেখা যাব।" মই দুনাই সুধিছিলোঁ, "এতিয়া আন ঠাইলৈ যাবি?" সি কৈছিল "নাযাওঁ, সুকীয়া উপায় পাইছোঁ। এনেদৰেয়ে টিঘিল ঘিলাই বাচি থাকিম। কাপুৰুষৰ দেশত খামি ভাঠ মানুহবোৰ চলিবলৈ অকনো টান নহয়।"

সি তাৰ অভিপ্ৰায় ব্যক্ত কৰা নাছিল। সি মোৰ ওচৰলৈ পৰেকৰ মূৰত এবাৰহে অহা হৈছিল সি আঁতৰত ঘুৰি ফুৰে বুলি কৈছিল। মোৰ হ'লে বিশ্বাস হোৱা নাছিল।

কিন্তু কথাটো সঁচা। আজিকালি তাৰ "ব্যৱসায়" সুকীয়া। দহ পোন্ধৰ মাইল আঁতৰে আঁতৰে থকা হাত-বজাৰবোৰত সি "ঝান্দি - মুন্দী" তিনপতীয়া তাচৰ জুৱা খেলবোৰৰ চৰ্দাৰ। তাৰ মাজে মাজে পুলিচ আৰু দাৰোগাৰ লগত হতাহতি হয়। কিন্তু ৰোজকাৰ আগতকৈ বেছি। আজিকালি সি সেউজীয়া "বেলি" চাইকেলত উঠে। আঁক-বাঁক হাৱাইন চাৰ্ট পিন্ধে। দামী চিগাৰেট হোপে। চুলিত 'ক্ৰীম ঘঁহে।

তাক বহুত দিন দেখাই নাছিলোঁ। চোৰৰ বৃত্তি এৰাৰ শেষৰ দুমাহ সি মোৰ ওচৰলৈ অহা নাছিল। কিন্তু হঠাতে বাতৰি কাকতত তাৰ ফটোখন দেখি মই শিঁয়ৰি উঠিলোঁ। নিমিষতে মনলৈ

আছিল, সি কিজানি আচবিত ধৰণৰ ডকাইতি কেচ'ত ধৰা পৰিছে। কিন্তু ফটোখন ভালকৈ চোৱাতহে সেই সন্দেহ দূৰ হ'ল। কাকতৰ ফটোখন কিছুমান প্ৰকাণ্ড প্ৰকাণ্ড বঙালাওৰ মাজত। ফটোত সি বিজয়ৰ গৰ্বেৰে মিচিকিয়াইছে। এয়া কি কথা? বঙালাওৰ সৈতে চোৰ ধৰা পৰিল? আচল চোৰেতো ধৰা পৰিও মিচিকিয়াব পাৰে। কিন্তু সকলো পঢ়াৰ পাচতহে হৰিহৰি মানিলোঁ। বাতৰি কাকতত লিখিছে "পহুকটীয়াৰ খেতিয়ক শ্ৰীৰূপন কাকতী লেখত লবলগীয়া খেতিয়ক। উন্নত পদ্ধতিৰে খেতি কৰি উন্নত বঙালাও উৎপাদন কৰিছে। শ্ৰীকাকতীয়ে চম্পকপুৰ কিষান মেলাত প্ৰদৰ্শন কৰা বঙালাওবোৰৰ আটাইতকৈ ডাঙৰটোৰ ওজন হ'ল ৩১'২৩ কিলোগ্ৰাম আৰু সৰুটোৰ ওজন হ'ল ২০.৯৬ কিলোগ্ৰাম।...."

এইবোৰ কি হুহঁা-কন্দা কথা? ৰূপনে ক'ৰপৰা এই বিয়াগোম বঙালাওবোৰ চুৰ কৰি নিলে নে, নকৈ খেতি খোলাত লাগিল? মনে মনে আনন্দ পালোঁ। সি শত্ৰুৰ মুখত ছাঁই সানিলে। গাঁৱৰ মানুহে ভাজ্জুপ মানিলে। দুই একে ক'লে, "চোৰৰ হাত লক্ষ্মী হাত"। পাছত জানিলোঁ যে বঙালাওবোৰ তাৰ বাৰীৰে। কৃষি পৰিদৰ্শকে হেনো তাৰ বাৰীত এনে বঙালাও দেখিছিল। কিন্তু মোৰ আহি ৰূপনে তাৰ এই কৃতকাৰ্য্যতাৰ কথা নক'লে কিয়?

শুনিছিলোঁ বোলে সি গুৰুৰবাৰে ঘৰত থাকে। খবৰ কাগজত বাতৰি পায়েই মই তাৰ ঘৰ ওলালোঁগৈ। কিন্তু তাক নাপালোঁ। কাষৰে বাগুলী বুঢ়ীক সুধিলত তাই ক'লে, "সি ৰাতিহে ঘৰলৈ আহে। আগৰ দৰেই ওলোটা নিয়মত চলে। আজিও "ঝান্দিমুন্দী" লৈ একালে যোৱা দেখিছোঁ। বুঢ়ীক সোধাত আকৌ ক'লে যে ৰূপনে খেতি-খোলা নকৰে। কোন তলকত বাৰীত বঙালাওৰ খেতি কৰিলে তাই ক'ব নোৱাৰে।

কিন্তু এভিয়া আৰু লৈয়ে গোটেইখন তল-ওপৰ। সি পিছে

এইবোৰলৈ ভ্ৰূক্ষেপ নকৰি আগৰ দৰেই হাট-বজাৰত ঘূৰি ফুৰে। বুঢ়াক মই অহাৰ কথা কৰলৈ ক'লো আৰু ক'লো যে সি যেনে-তেনে যেন মোক লগ পায়।

সি পাচদিনা মোৰ ওচৰলৈ আহিল। মই নোসোধাকৈ সি বঙালাওৰ কথা উলিয়ালে। নিজে নিজে হাঁহিব বগৰ তুলিলে। হাঁহিত বিদ্ৰূপ আছে বুলি জানো। কিন্তু হাঁহিৰ বগৰতো বিদ্ৰূপ আছে বুলি জনা নাছিলোঁ। ৰূপন সঁচাকৈয়ে সমদৰ্শী। ভাল-বেয়া, উচ্চ-নীচ, যশ-অপমান, সুখ-দুখ সকলো হাঁহিৰে উৰুৱাই দিব পাৰে। সি বঙালাওৰ খেতি কৰা আখ্যানটো বিৰৱি গ'ল। মই যেন তেজী-মলাৰ যুগৰ ৰূপ-কথাহে শুনিলোঁ :

কৃষি বিভাগৰ অফিচৰ গুদামত যিবোৰ এই অঞ্চলৰ প্ৰয়োজনীয় বস্তু থাকিব লাগে সেইবোৰ নাই। প্ৰায়ে নৈয়ে পলস পেলোৱা ঠাইত সাৰৰ প্ৰয়োজন কম। কিন্তু সিহঁতৰ গুদামত সাৰহে আছে বুলি ৰূপনৰ প্ৰকৃত বিশ্বাস। চাৰি মাহমানৰ আগতে সি ভাবিলে যে বাইজৰ বস্তু চুৰ কৰা অন্যায়। চৰকাৰৰ ঘৰৰ বস্তুৰ প্ৰকৃত ব্যৱহাৰ নহয় বুলি তাৰ বিশ্বাস। সেই কাৰণে গুদামত ধান, সৰিয়হৰ কঠিয়া আদি আছে বুলি ভাবি, সি এবাৰ শেষ ৰাতি বিশেষ কায়দাৰে কৃষি বিভাগৰ গুদামৰ প্ৰকাণ্ড তলাটো খুলিলে। ভিতৰত দেখিলে অনেক থৈলা বস্তু পৰি আছে। কি বস্তু সি ক'ব নোৱাৰিলে। কিন্তু কামত লগা বস্তু হ'বই লাগিব বুলি ভাবি দুটা থৈলা তুলি ল'লে। তলাটো আগৰদৰে বন্ধ কৰি থ'লে। বাটত থৈলা দুটাত আঙুলিৰে পিটিকি সি ভাবিলে যে নিশ্চয় ইয়াত খাদ্য আছে। কিন্তু ঘৰত থৈলা দুটা খুলিহে সি খঙত জ্বলি উঠিল। তাৰ ইমান কষ্ট অথলে গ'ল। এইবোৰ নিশ্চয় ইংৰাজী সাৰ মানে ৰাসায়নিক সাৰ। এথৈলাৰ গুড়িবোৰৰ ৰং কাপোৰ ধোৱা চৌদাৰ দৰে। পলসে ভৰপ মাৰি থকা, বানপানীৰ গ্ৰাসত পৰা পথাৰৰ খেতিয়কক

সাৰৰ প্ৰয়োজন আছেনে নাই সি নাজানে। কিন্তু তাৰ খেতিত লগা বস্তুৰ একোৱে প্ৰয়োজন নাই। লখোনে থাকিলেও সি এই নেওচা-যোৱা ঠাইত খেতিয়ক হৈ কলধপ্ কলধপ্ কৈ জীয়াই থাকিব নোখোজে। খং আৰু বিতৃষ্ণাত সি সাৰখিনি পিছফালে পেলাই দিলে।

কিন্তু কেইদিনমানৰ পাছত সি দেখিলে যে বৰষুণে সাৰখিনি ভালেমান ঠাইত সমানে বিয়পাই ৰাখিছে আৰু তাৰ ওপৰত গজি থকা লকচাবোৰ, খুতৰীয়াবোৰ আৰু লাও এজোপা এনে লহপহকৈ বাঢ়িছে যে দেখিলেই মোহ লাগি যায়, বুকুত সাবটি ল'বৰ মন যায়। তাৰ মগজুত সোমাল এটা বুধি খেলালে। নাওৰাৰ কাষত ৰঙালাওৰ গুটি কিছুমান পৰি আছিল। সেই গুটি কেইটাৰে তাক এদিনৰ কাৰণে হ'লেও খেতিয়ক হ'বলৈ শিকালে। সেইদিনা গোটেই দিনটো সি কোৰ মাৰিলে। দুবেওমান মাটি চাফ কৰিলে আৰু চহোৱা মাটিত খেতি কৰিবলৈ কেইদিনমান বাট চাব লাগে, নকৈ গজা বন উভালিব লাগে বা আকৌ কোৰ মাৰিব লাগে আদি কথা সি বুজি নাপায়, "হয় হওক, নহয় গুটি গেলি যাওক বুলি ভাবি সি ৰঙালাওৰ গুটিকেইটা আঁতৰে আঁতৰে পুতি থ'লে, তাৰ পাচত আৰু সি খবৰ নল'লে। এদিন হঠাত লক্ষ্য কৰিলে যে ৰঙালাওৰ সুন্দৰ সুন্দৰ পুলি হৈছে। তাকে দেখি সি পুলি-বোৰত মাটি চপাই দিলে। তাৰ পাচতেই আৰম্ভ হ'ল তাৰ ব্যস্ত দিন। সদায় হাট-বজাৰত ঘূৰি ফুৰে। য'তে ত'তে খাই ফুৰে। পৰেকৰ ঘৰত এদিনহে ঘৰলৈ আহে। তাকো ৰাতিটো শুবলৈহে। এবাৰ হঠাত দুমাহমানৰ পাচত সি তিনিপতীয়া তাচৰ খেলাত বৰ বেয়াকৈ হাৰিল। ঘৰলৈ আহি আকৌ সি হাটলৈ নগ'ল। দিনটো অকলে অকলে শুই কটাই দিলে। আবেলি পিচফালে চকু ফুৰাই চাই সি আচৰিত হৈ গ'ল। ইমান প্ৰকাণ্ড প্ৰকাণ্ড ৰঙালাওবোৰ যে মাটি দোঁ খুৱাই লেদ লেদহৈ পৰি আছে। সি যেন সমাজিকহে দেখিছে। ইমান ডাঙৰ ৰঙালাও কাহানিও

দেখা নাই। এটা এটা বণ্ডালাওবেই যেন এটা বৰভোজ পাতিব পৰা যাব।

পিচদিনা দুটা বণ্ডালাও লৈ সি বজাৰলৈ গ'ল। বজাৰৰ মানুহে বণ্ডালাও দেখি থৰ লাগিল। কথাটো ফাগুণৰ বতাহৰ দৰে চাৰিও-ফালে বিয়পি পৰিল। কৃষি বিষয়াই ঘৰতে চাই গ'লহি। উন্নয়ন বিষয়াই চাই চাই তাক যে ক'ত কি নক'লে। তাৰ ঘৰলৈ যে ক'ত ৰকমৰ মানুহ আহিবলৈ ধৰিলে। সি চাহ খুৱাই বক্ষা নোপোৱা হ'ল। কিন্তু সি তথাপি নিজক ভাগুৰ বুলি নাভাবিলে। অৱশেষত উন্নয়ন বিষয়া আৰু কৃষি বিষয়াজনে তাৰ ফ'টো ল'লে, বণ্ডালাওবোৰৰ সুকীয়াকৈ ফ'টো ললে। তাৰ সৈতে বণ্ডালাওবোৰৰ এখন আৰু তেওঁলোকৰ সৈতে তাৰ এখন ফটো লবলৈ নাপাহৰিলে। প্ৰতিটো বণ্ডালাওৰ ওজন ল'লে। বিশেষ খৰচ কৰি তাক আৰু দহোটা বণ্ডালাও চম্পকপুৰৰ কিষাণ মেলালৈ পঠিওৱা হ'ল। তাত সি স্বৰ্গৰ পৰা মৰ্ত্যভূমিলৈ নামি অহা সচিব সঞ্চালকৰ বিশেষ ধৰণৰ প্ৰশংসা লাভ কৰিলে। বিশেষ চাহৰ মেলত সি চাহ-মিঠাই খাবলৈ পালে। সেই ভাগুৰ প্ৰদৰ্শনীখনৰ একমাত্ৰ নায়ক হ'ল সি আৰু নায়িকা বুলি ক'ব নোৱাৰিলেও নায়কৰ আশাৰ ধন হ'ল দহোটা বণ্ডালাও। বাতৰি কাকতৰ ফটোগ্ৰাফৰে তাৰ অনেক ভঙ্গীৰ ফটো ললে, সি কোৱা কথাবোৰ বেদবাক্য বুলি ভাবি একান্ত ছাত্ৰৰ ভঙ্গীৰে টুকি গ'ল। ৰেডিঅ'ৰ মানুহ আহিল; তাৰ কথাবোৰ টেপ ৰেকৰ্ড কৰিলে। সেয়া গাঁৱলীয়া চ'ৰাত বিশেষভাৱে প্ৰচাৰ কৰিলে বুলি সি উন্নয়ন বিষয়াৰ পৰা জানিলে। কেইদিনমানৰ ভিতৰতে তাৰ যশে নধৰা হ'ল।

ৰূপনে গুৰুৰ নিদি কোৱা কথাবোৰ শুনি শুনি ময়ো ভোল গ'লো। তাৰ ঘৰত আৰু কেইটামান বণ্ডালাও আছে। সেইকেইটা চাবলৈ তাৰ লগত গলোঁ। অৱশিষ্ট বণ্ডালাওবোৰ চায়েই মোৰ চকু চুলিৰ ওচৰ পালেগৈ। আপোনা-আপুনি মোৰ হাত এখন তাৰ

পিঠিত পৰিল। তাৰ পিঠিত চপৰিয়াই অনৰ্গল কৈ গ'লো, "চাব্বাইচ্, চাব্বাইচ্।" সি খঙেৰে মোৰ ফালে চাই ক'লে, "হাত জেপত ভৰা, তয়ো পাগল হৈছে নেকি?" মই থমকি ৰ'লোঁ। ক'লো, "তোৰ লক্ষ্মী হাত। তই কিজানি উত্তম খেতিয়ক হ'ব পাৰিলিহেঁতেন। আন খেতিয়কতকৈ তোৰ মগজ ভাল।" সি ক'লে, "তোৰ মাথা, মোৰ মুণ্ড। এই খেতি কৰাত মোৰ অকনো বাহাদুৰী নাই। মাটিভোখৰ নিশ্চয় মোৰ মাটি কাৰণেই দহ-বাৰ বছৰ পৰি আছিল। তদুপৰি দহ-পোন্ধৰ বছৰৰপৰা পলস জমা হৈ আছিল। 'ইংৰাজী' সাৰ পৰি অদ্ভুত কিবা এটা হৈ গ'ল। অদ্ভুত অদ্ভুত বঙালাও লাগিল।"

মই একো নামাতি পিছফালে গৈ বাৰীখন চালোঁ। এতিয়া বঙালাও গছবোৰ বুঢ়া হৈছে। পাতবোৰ হালধীয়া হৈছে। কিছুমান পকিছে, কিছুমান মাটিৰ সংশ্ৰৱ পাই পঁচিছে। কিন্তু তাৰ সকি বাৰীখন তাঁৰকাটাৰে বেৰি থোৱা দেখি ক'লোঁ, "ৰূপন, আচলতে তই খেতি কৰিম বুলি ভাবিছিলি হ'বলা। বাৰীখন দেখোন বেৰি থৈছ?" সি খিক্ খিক্কৈ হাঁহি ক'লে, "তয়ো, তোষেশ্বৰ, এটা দগধা। ইংৰাজী শিকিলে দগধা হয় বুলি কথা এবাৰ সকবে পৰা জানো। কিন্তু তই দগধা বুলি মই ভৰা নাছিলোঁ।"

"কিয়? মই বৰ আচৰিত কথা ক'লো নেকি?"

"আচৰিত কথাতো। চোৰৰ মহিমা পাবলৈ আছিছ? এই তাঁৰকাটাবোৰ তহঁতৰ অফিচৰ পৰাই অনা। তাৰে বাৰীখন এনেকৈ বেৰিলোঁ, যাতে পুলিচ ঘৰ ওলালেহি মই জঁাপ মাৰি পাৰ হৈ পিছফালে সৰকি যাব পাৰোঁ আৰু লেধেমা পুলিচবোৰে পাবহৈ মোৰ পিছ লব নোৱাৰে। আৰু এটা কথা, মই ঘৰত নাথাকোঁতে বাৰু বঙালাও:বাৰ আন কোনেও নিনিলে কিয়?"

"চোৰৰ বস্তু বুলিয়েই। কোন সময়ত তই ঘৰ ওলায়হি তাৰ ইয়ত্তা নাই বুলিয়েই।"

"চাব্বাইচ, এইটো আচল সমিধান দিছু।"

তাব পাচবে পৰা ৰূপনৰ লগত দেখা-সাক্ষাত নাই। তাৰ ঘৰলৈ কেবাবাৰো গৈছিলোঁ। এদিনো লগ পোৱা নাছিলোঁ। কিন্তু তাৰ অনুপস্থিতিতেই অফিচত তাৰ বিষয়ে এনেক কথা শুনিছিলোঁ। এয়া আগেয়ে শুনা কথাতকৈ বহুত বেলেগ। মোৰ বৰ ভাল লাগিল। তাক কোনেও ৰূপন গুণ্ডা বা ৰূপন চোৰ বুলি উল্লেখ নকৰে। সঞ্চালক, সচিব আৰু বঢ়িয়া বাঢ়িয়া মটৰত ফুৰা ডাঙৰ ডাঙৰ বিষয়াবোৰে তাক শলাগি ৰবমৰ্দন কৰিলে কাৰণে তাক কপলুৱা বুলি ভাবাবোৰে হেনো তাক কাকতী ঘৰৰ ৰূপন বুলিহে কয়। তাৰ বিষয়ে যে ক'ত কথা ওলাইছে! গাড়ী চলাই অহা বিষয়া এটাই হেনো তাৰ ঘৰলৈ আহি এদিন ক'লেহি, "কাকতী ডাঙৰীয়া বঙালাওৰ গুটিবোৰ আমাৰ ফাৰ্মৰ পৰা অনা বুলি যদি কৈ দিয়ে আমাৰ বৰ ভাল হয়।" ৰূপন সন্মত হ'ল। বিষয়াজনে অৱশিষ্ট বঙালাওবোৰৰ এটা বাৰ টকাত কিনি লৈ গ'ল মন্ত্ৰীক দেখুৱাবলৈ। সেই অঞ্চলৰ গুটি-মহৰীটোৱে তাক অনুৰোধ কৰাত সি পুনৰ মিছা কৈয়ে জনাই দিলে যে উত্তম বঙালাওৰ সঁচ সি দিছিল। কৃষি প্ৰদৰ্শকজনে কাকুতি মিনতি কৰাত সি অন্য এদিন অহা জিলা বিষয়াজনক ক'বলগীয়া হ'ল যে তাৰ বঙালাওৰ খেতিত দিয়া সাৰ কৃষি প্ৰদৰ্শকে যোগান ধৰিছিল আৰু সাৰৰ মাত্ৰাও ভালকৈ বুজাই দিছিল। গ্ৰাম-সেৱকজন ওলোৱাত লগতে অহা চিলভীয়া বিষয়া এজনক ৰূপনে ক'বলগীয়া হ'ল যে গ্ৰাম-সেৱকৰ উৎসাহ পাইহে সি কেতিয়াও খেতি নকৰা মানুহটোৱে খেতিত মন দিলে।

গুটি মহৰী চিকট কলিতা, কৃষি প্ৰদৰ্শক মনেশ্বৰ তামুলী আৰু গ্ৰাম-সেৱক কৰুণা হাতীকাকতী আমাৰ অঞ্চলৰে ল'ৰা। সিহঁতে দাও মাৰিলে। উত্তম চাকৰীয়াল হিচাবে সিহঁত স্বীকৃত হ'ল। গ্ৰাম সেৱক হাতীকাকতীত বাদে বাকী দুটাক চৰকাৰৰ খৰচত অসমৰ বাহিৰত ছমাহ প্ৰশিক্ষণ ল'বলৈ পথোৱা হ'ল। পাচত হেনো সিহঁতৰ

প্ৰমোচন হোৱাৰ আশা। গ্ৰাম-সেৱকে ইতিমধ্যে চিনিয়ৰ গ্ৰাম-সেৱকলৈ প্ৰমোচন পালেই। তাক লগ পাবলৈ অহা অফিচাৰবোৰৰ কাৰ ক'ত সুবিধা হ'ল কোনেও ক'ব নোৱাৰিলে।

এদিন হঠাত ৰূপন মোৰ ওচৰত খিয় হ'লহি। একো সুধি-বলৈ নৌপাওঁতেই সি ক'লে, "আজি দাও মাৰিলোঁ দে, হাটত এটা বেপাৰীক ঘটুৱালোঁ। মোৰ উঠিছিল "টেক্কাৰ ট্ৰায়ো"। সি পাইছিল 'ৰজাৰ পেয়াৰ'। সিও অকঁৰা, এশ টকীয়া তুখন থাপিও আঙুঠি এটা গুজিলে। এয়া চা, আজি প্ৰায় তিন শ টকা লাভ।"

মই তাক ভাল কথা বুলি কোনোমতে শলাগি অফিচত শুনা কথাবোৰ উলিয়ালোঁ। সি প্ৰত্যেকটো কথা সঁচা বুলি আগৰ দৰে আগ্ৰহ নেদেখুৱাই মাথোন স্বীকাৰ কৰিলে। মোৰ তালৈ খং উঠিল। ক'লো "তয়ো এটা অধা মূৰ্খ। তই মাজতে বছৰা সাজিছ আৰু আনবোৰে মজা কৰিছে। নিজে ৰঙালাওৰ খেতি কৰিলি, নিজৰ যশস্যা হ'ল। তেনে যশস্যা শুনিও ভাল লাগে। অমুকে অমক সহায় কৰিলে, তমুকে তমুক কৰিলে বুলি সিহঁতৰ কথামতে ভাটৌৰ দৰে মিছা কথাবোৰ কৈ ফুৰ কিয়? তোৰ নিজত্ব নাই?"

সি এইবাৰ বিদ্ৰূপেৰে হাঁহিলে। ক'লে "পঞ্জিকাত থকা কৃষি অধিপতি গুৰু বৃহস্পতি বুলিয়েই মোক যেনিবা সংসাৰখনে ক'লে, তাৰ পৰা মোৰ কি লাভ হ'ল? চিকটা, মনেশ্বৰ আৰু করুণা আমাৰ গাঁৱৰে ল'ৰা। মোৰ এবাৰ মিছা কথাৰ পৰাই যদি সিহঁতৰ লাভ হয়, চুক ভেঁকুলী হৈ সোমাই থকা ল'ৰাকেইটাই যদি মিছা কথাৰ জৰিয়তেই তুখন চাৰিখন দেশ চাব পাৰে, তেনেহলেনো কি খেয়া হয়? সেইকাৰণেই এইকণ উপকাৰ কৰিলোঁ। জীৱনতো কাৰো উপকাৰ কৰিবলৈ ভাগ্য হোৱা নাছিল।"

তাৰ কথা শুনি আৰু এবাৰ মাতিবলৈ থল নোহোৱা হ'ল।

তাৰ উদাৰতাই মোক অভিভূত কৰিলে। সি কথা নবঢ়াই, প্ৰজলবাৰ মানে আহিম বুলি কৈ গুছি গ'ল।

এইবাৰ আকৌ আন এটা কথা শুনিলোঁ—অ' নহয় দেখিলোঁহেই। উন্নয়ন বিভাগে এখন পত্ৰিকা উলিয়ালে। তাত তাৰ কেবাখনো ফটো। ঠাইত এই অঞ্চলৰ উন্নয়ন বিষয়াজনে লিখিছে, "এদিন এটা দুখীয়া ডেকা ল'ৰাই সংস্থান বিচাৰি নাপাই আমাৰ ওচৰ ওলাইছিলহি। অভাৱে এদিন তাক চোৰ কৰিছিল। এবছৰ জেলো খাটিছিল। জেলৰ পৰা ওলাই সি দিক্ বিদিক্ শূন্য দেখিছিল। লঘোনে দিন কটাইছিল। আতুৰ হৈ সি আমাৰ ওচৰ ওলাই-ছিলহি। আমি তাক দিহা পৰামৰ্শ দিছিলোঁ। বাৰে বাৰে কৈ তাৰ মগজত বদ্ধমূল কৰাইছিলোঁ যে কৃষিয়েই সকলো। তাকৰীয়া মাটিত সৰহ শস্য উৎপাদনৰ কথাত সি প্ৰত্যয় গৈছিল। সি তেতিয়াৰপৰা খেতিত মনপুতি লাগিছিল। সেই ডেকাটোৱেই এতিয়াৰ স্বনামধন্য শ্ৰীৰূপন কাকতী। আদৰ্শ খেতিয়ক হিচাবে তেখেতে কি কৰিছে এতিয়া অসমবাসীৰ জানিবলৈ বাকী নাই। ওপৰৰ ছবিসমূহে আৰু ৰঙালাওবোৰৰ ওজনেই তাৰ নিৰ্ভুল প্ৰমাণ। আগতে এগৰাকী খেতিয়কে সৰগ দেখা জুপুৰি ঘৰত কষ্টেৰে দিন নিয়াই-ছিল। এতিয়া তেখেতে স্বাস্থ্য সন্মতভাৱে নিৰ্মান কৰা পকাঘৰত মহা সুখে থাকে আৰু খেতি কাৰ শ্ৰমৰ বিমল আনন্দ উপভোগ কৰে... ।"

এইখিনি পঢ়াৰ পাচত মোৰ আৰু খং উঠিল। ৰূপনৰ ক'ত পকাঘৰ আছে? পহুকটীয়া গাৱঁত অফিচকেইটা আৰু অফিচৰ কৰ্মচাৰীৰ চৰকাৰী নিবাসত বাদে আৰু কাৰ পকাঘৰ আছে?

মঙ্গলবাৰে ৰূপন ওলালহি। তাক উত্তেজনাৰে মনৰ ভাব ব্যক্ত কৰাত সি বীতৰাগকামক্ৰোধ নিৰ্বান প্ৰয়াসীৰ দৰে ক'লে, "তাৰপৰা মোৰ কি অনিষ্ট হ'ল? উপকাৰহে হ'ল। আগৰ দৰে এতিয়া মোক পুলিচে আসৈ নোপোৱা হ'ল। তদুপৰি তই কোৱামতে আপত্তি জনালে মই কিবা ৰজা হ'মনে? বুইছ, তোষেশ্বৰ,

এইবোৰ চাকৰীয়ালৰ লগত বেয়া হোৱা বেয়া। ভাবিছোঁ, আৰু বেছিৰ পৰা কাৰবাৰ কৰিম। এতিয়া এইবোৰ চাকৰীয়ালৰ কেতিয়া কেনেকৈ কামত আহে ঠিক নাই। যি লিখিছে, যি বকিছে, বকি থাওক, লিখি থাওক। সিহঁতেতো এদিন মোৰ কামত আহিব।"

এই যুক্তি শুনিও মই নিমাতে ৰ'লোঁ। ৰূপন নিশ্চয় মোতকৈ বহুদৰ্শী। সি এই জুৱা খেলা চুলাই মদৰ ক'লা বেপাৰ কৰা (এই বিদ্যাত সি নতুনকৈ লাগিছে বুলি সিয়েই সিবাৰ আহোতে কৈছিল) আদি বেয়া স্বভাৱ বাদ দিলে এদিন ডাঙৰ মানুহ হ'ব পাৰিব।

কিন্তু ৰূপন ডাঙৰ মানুহ নহ'ল। ৰূপনে চোৰৰ পৰা প্ৰমোচন পাই জুৱাৰী হ'ল। এতিয়া জুৱাৰীৰ পৰা প্ৰমোচন পাই ঘৰতে চুলাই মদ তৈয়াৰ কৰি গড়কাপ্তানী বিভাগৰ শ্ৰমিকক আৰু মদৰ জুতি লোৱা আন কৰ্মচাৰীক বিক্ৰী কৰি আগতকৈ বেছি উপাৰ্জন কৰিবলৈ ধৰিলে। নতুন অবৈধ ব্যৱসায়ে তাক আনৰ চকুত কিজানি সন্মানিত কৰিলে। সি খুব ব্যস্ত হৈ পৰিল। মানুহ-টোৰ কিবা পৰিবৰ্ত্তন হ'লনে নাই মই ক'ব নোৱাৰোঁ। সি মোৰ ওচৰলৈ নহা হ'ল। মোৰো তাৰ ওচৰলৈ যাবলৈ সঙ্কোচ হ'ল। জানোচা মোকো কোনোবাই মদৰ গ্ৰাহক বুলি ভাবেই।

এমাহ গ'ল, দুমাহ গ'ল, চাৰিমাহ পাৰ হ'ল। ৰূপন থিতাপি লাগিল। মানুহে এই কেইমাহতে বঙালাওৰ কথা পাহৰি গ'ল। কিজানি সিও পাহৰিলে। কিন্তু মইহে পাহৰিব নোৱাৰিলোঁ। কিন্তু হঠাৎ আজি চাৰিমাহ এধাৰ দিনৰ মূৰত তাক মোৰ পদূলিৰ মুখত দেখি মই আচৰিত হৈ গ'লোঁ। তাৰ আজি মোৰ ওচৰলৈ আহিবলৈ কি ইচ্ছা হ'ল? নিশ্চয় কিবা ডাঙৰ কথা আছে।

সি ভয়ে ভয়ে আহিছে। নিশ্চয় তাৰ কিবা বিপদ। সি মোৰ কাষ পাই ক'লে, "চাৰ-মোহৰ মৰা চৰকাৰী কাগজ এখন পাইছোঁ। কাকো নেদেখুৱালোঁ। জানোচা কথা বিষমেই। ইংৰাজীত লিখা। কাকো নকবি আকৌ"।

মই চিঠিখন পঢ়ি গ'লোঁ। পঢ়ি আনন্দত মন উপচি পৰিল। তাক সাৱটি ধৰি ধৰিলোঁ। সি হতভম্ব হৈ সুধিলে, "কি হ'ল?" মই ক'লো, "আমাৰ গাঁৱৰে খোচ-নাম। উত্তম খেতিয়ক হিচাবে চৰকাৰে তোক গণ্য কৰিছে।" তোক এই উপাধি দিছে, 'কৃষি-গৌৰৱ।' সেই উপাধি ল'বলৈ তই এতিয়া যাব লাগে। এই বুলি কৈ মই তাৰ মুখলৈ চালোঁ। সি কিন্তু সম্পূর্ণ বিপৰীত মানুহ। খঙত, আক্রোশত আৰু অপমানত তাৰ চকু-মুখ ৰঙা পৰিল। হঠাতে সি ৰহস্যময় হৈ পৰিল। ক'লে, "তয়ো সেই। এয়া তই ইংৰাজীত শিক্ষা বিদ্যাৰে আনন্দৰ কথা বুলি ভাবিছ? মই চোৰ হ'ব পাৰোঁ, গুণ্ডা হ'ব পাৰোঁ, মই এবাৰ বাধ্যত পৰি মিছা মাতিব পাৰোঁ, কিন্তু কপট নহয়। মই এই উপাধি কোনোমতে ল'ব নোৱাৰোঁ, ওপৰৰ জনে শাও দিব। এতিয়াই লিখ, এই মাত্রই, এই বুলিয়েই,—মই এই উপাধি নলওঁ। মই এতিয়াই তাৰ তলত টিপ-চহী দি দিওঁ। লিখ, নিলিখ কিয়? ভেবা লাগি কি চাই আছ?.........

ৰচনা—১৯৬৫

# বাঁহী আৰু বিলাহী

পুৰঠ মুখৰ ভৰ ডেকা মানুহটো যিখন চকিত বহি আছে সেই চকিখন চাপৰ কাৰণে তাৰ বুকুখনহে টেবুলৰ সমতলত লাগি আছে। টেবুল ঢকা কাপোৰখন হালধীয়া। তাৰ ওপৰত এটা সৰু ডালিৰ ছুখিলা পাতেৰে সৈতে এটা বিলাহী। তেজৰঙা এই বিলাহীটোৰ বিৰাট ভীতিপ্ৰদ নহলেও চমকপ্ৰদ। চকিত বহি থকা মানুহটো মূৰটোৰ এফাল হ'ব কিজানি। আপোনাৰ ভাব হ'ব এইটো যেন বিলাহী নহয়, এটা তেজৰঙা জালি কোমোৰাহে। অৱশ্যে এনে অনুমান কৰাৰ আগতে—বিলাহী আৰু জালি কোমোৰাৰ প্ৰজাতিগত আকৃতি বৈশিষ্ট্য অনুমান কৰি লোৱা উচিত। এৰা বিলাহীৰ এই অস্বাভাৱিক বিশালত্ব প্ৰকৃতিৰেই এক উদাৰ ব্যতিক্ৰম, যি ব্যতিক্ৰমৰ উৎস সন্ধানে গৱেষণা-পত্ৰৰ নীৰস পৰম্পৰা অতিক্ৰম কৰি গল্পৰ সৰসতাত উপনীত হৈছে।

কথাটো অলপ সহজকৈ আৰু দীঘলীয়াকৈ কোৱা যাওক। মানুহটোৰে সৈতে যে বিৰাট বিলাহীৰ বৰ্ণনা দিয়া হ'ল, সেয়া এখন ৰঙীন আলোকচিত্ৰৰ অক্ষম বিৱৰণহে। ছপা হৈছিল দুই লাখতকৈ অধিক প্ৰচাৰিত এখনি ইংৰাজী ভাষাৰ সচিত্ৰ সাপ্তাহিকৰ বেটুপাতত। ই সঁচাকৈয়ে অসমৰ বাবে গৌৰৱৰ কথা। এই বিৰাট বিলাহীৰ হাফ্‌টোন আলোকচিত্ৰ বোম্বাই আৰু দিল্লীৰ পৰা একে সময়তে প্ৰকাশিত এখন ইংৰাজী দৈনিক কাকতত্তো সবিশেষ বৰ্ণনাৰে ওলোৱাৰ পাছত অসমৰ চৰকাৰী বেচৰকাৰী বিদ্বানমণ্ডলীৰ মাজত যি আলোড়নৰ সৃষ্টি হৈছিল আৰু বিজ্ঞানীসকলৰ মাজত যি কৌতু-

হুলৰ সৃষ্টি হৈছিল, তাৰ আখ্যানো যাদু-যুদ্ধ-নৃত্যভৰা কথাছবিৰ আখ্যানৰদৰেই মনোৰম।

আখ্যানৰ স্থল হ'ল বিৰহ বেবেজিয়া। নগাঁও চহৰৰ পৰা চাৰে ছমাইল পশ্চিমে অৱস্থিত এখন অখ্যাত গাঁও। বহুতে হয়তো এই গাঁওখন দেখিছে; নামটোনো কি হব 'পাৰে তাকে সুধিবলৈ হয়তো ভালেমানৰ কৌতূহল হোৱা নাই। ৰাষ্ট্ৰীয় পথটোৰ কাষতে এই গাঁও। উত্তৰে ছমাহ সেউজীয়া আৰু ছমাহ সোণবৰণীয়া হৈ থকা বহল পথাৰ, আৰু দক্ষিণে ৰাষ্ট্ৰীয় পথ আৰু ইয়াৰ সমান্তৰালকৈ থকা শাখা ৰেলপথৰ মাজতেই এই দীঘলেচেৰীয়া মনোৰম গাঁও-খন। পথাৰৰ সিপাৰৰ কাচমাৰী, জলমৈ গাঁও, কুকুৰাবাঁহীৰ ফালৰ পৰা আহি থকা আলিটো বেবেজিয়াতে ৰাষ্ট্ৰীয় পথত উঠি অকণো টেৰা-বেঁকা নোহোৱাকৈ ধাঁহী-বৰক'লাৰ ফালে নামি গৈছে। এই সঙ্গমস্থলেই বেবেজিয়া চাৰিআলি। এই চাৰিআলিৰ এটা চুকৰ ভাউক-পৰঘোমা মুখৰিত দলনিৰ পৰা পথাৰৰ আৰম্ভণি। একে ফালৰ ইটো চুকত এজোপা জৰি গছৰ তলত কেইখনমান খিলি-পানৰ দোকান, দুখন-এখন ৰিক্সা আৰু বাছৰ বাবে বৈ থকা মানু-হৰ উখল-মাখল। উত্তৰৰ এটা চুকত এখন স্কুল। ছোৱালীৰ স্কুল। ছোৱালীবোৰৰ বয়সৰ পৰাহে কোন খাপৰ স্কুল অনুমান কৰি লোৱা উচিত। কাৰণ, কোনো বিজ্ঞাপনফলিয়ে ইয়াৰ চিনাকি দিয়া নাই। ছোৱালীৰ বয়সৰ পৰা অনুমান কৰিব পাৰি দুই ধৰণে: ( ) হয়তো মাইনৰ স্কুল নতুবা (২) ভেন্‌চাৰ হাইস্কুল আগবাঢ়ি আহি আহি অষ্টমমান শ্ৰেণী পাইছোহি। স্কুলঘৰটো জৰাজীৰ্ণ নহলেও নাতিপ্ৰশস্ত আৰু অযত্নপালিত। এনে চেহেৰাৰ স্কুল মজলীয়া স্কুলো হ'ব পাৰে, দুচৰি গাই পইচা তুলি পতা হাইস্কুলো হ'ব পাৰে। দক্ষিণৰ আনটো চুকত দুজোপা ঔ গছৰ তলত এখন ছালি। তাতেই তোলন তামুলীৰ চাইকেল মেৰামতি কৰা দোকান। এই দোকানখনৰ ("তামুলী চাইকেল হাচ্‌পতাল") চৌকাৰে মুকলি ঠাই, শাকনিবাৰী

গন্ধসৈৰে, পাম-তোমোলৰ গছ ইত্যাদি। 'তাম্বূলী চাইকেল হাচ্‌পতা-ল'ৰ চৌহদতে তোলনৰ ঘৰটোও আছে।

যদি আপুনি গড়পাত্তা বুদ্ধিসম্পন্ন লোক, তথাপিও মোৰ সন্দেহ নাই যে তোলন তাম্বূলীয়েই এই বিয়াগোম বিলাহীৰ গৰাকী বুলি আপুনি নিশ্চয় ধৰি লৈছে। এৰা, আমাৰ তোলনৰেই উঠনা কপালৰ জোৰ বুলি ক'ব পাৰি। কাজিৰঙালৈ আহিছিল দুজন বাতৰি কাকতৰ মানুহ। মানে, এই বিখ্যাত সাংবাদিক দুজন হ'ল, হংসৰাজ আনন্দ আৰু গুপ্তকু ৰামাৰাও। তেওঁলোকে পুৱাই কাজি-ৰঙাৰ পৰা যাত্ৰা কৰিলে। দহ বজাত বেবেজিয়া চাৰি আলিত যান্ত্ৰিক বিজুতিৰ বাবে তেওঁলোক অহা টেক্সীখন বৈ গ'ল। টেক্সী ড্ৰাইভাৰে ইঞ্জিনৰ ঢাকনিখন খুলি ভিতৰত কিবাকিবি পিটিকি-পাটাকি থাকোতেই আধা ঘণ্টা পাৰ হ'ল। হংসৰাজ আৰু গুপ্তকুৰ অসহ্য লাগিল। সমুখৰ সেউজ সৌন্দৰ্য্যই তেওঁলোকৰ অবাবত ইফালে সিফালে ঘূৰি ফুৰা সময়খিনিৰ তিক্ততা দূৰ কৰিব নোৱাৰিলে। টেক্সী কেতিয়া ভাল হ'ব পাৰে তাৰো সঠিক সমিধান তেওঁলোকে ড্ৰাইভাৰৰ পৰা নেপালে। গতিকে বিৰক্ত হৈয়ে দুয়ো সংবাদিকতাত লাগি গ'ল। পোনতে কাষৰ পৰিস্থিতিটো অধ্যয়ন কৰিলে: অলপ দূৰৰ পৰা গছ এজোপাৰ তলত থকা বাঁহৰ বেঞ্চি এখনৰ ওপৰত কোনোমতে ব'ৰ্ডখন খাজি লৈ নিবনুৱা ডেকা কেইটামানে কেৰম খেলিছে। বাছ ৰোৱা ঠাইত নানা প্ৰকাৰৰ নানা বয়সৰ মানুহ। ডেকা-গাভৰু, বুঢ়া-বুঢ়ী ন-বোৱাৰী, শিশুসহ পুৰণি বোৱাৰী, খোল কান্ধত লোৱা ভকত, মোনা লোৱা বনুৱা ইত্যাদি। খেতি-প্ৰধান ঠাইখন নিশ্চল যেন লাগিলেও অধিবাসীসমূহ চলন্ত প্ৰকৃতিৰ। কিছু-মান মানুহে নগৰতো কাম কৰে। আৰ্থিক অৱস্থা? জীপ-ধাৱমান 'বহু হেজাৰপতি' ঠিকাদাৰৰ পৰা ঢেকৰা ঠাৰিৰ জোলেৰে আহু-চাউলৰ ভাত খোৱা খেতিয়কলৈকে। বৃত্তি? আঁতৰত কাম কৰা ইঞ্জিনিয়াৰ ডাক্তৰ অধ্যাপকৰ পৰা ঘৰতে ভাত খাই কাম কৰা

শিক্ষক কেৰাণী-মহৰী টেকেলালৈকে। আৰু প্ৰায়ভাগেই পেটেভাতে খোৱা খেতিয়ক। আৰু তুখীয়াৰ মূৰত কঠাল ভঙা তুই এক ধনী 'প্ৰগতিশীল' খেতিয়ক। তেওঁলোকযেন পোনা-দৰিকনা-ভেচেলীৰ মাজত একো একোটা টোপোলা ওলোমা বৰালিহে। জাতি? শংকৰ গুৰুৱে অসমীয়া বুলি এক গোট কৰি যোৱা লালুং-বামুণ কোঁচ—কলিতাৰ পৰা ৰাজবংশী গোঁসাইহাৰিলৈকে। বাহন? চাইকেলত শতকৰা ষাঠি, বাছত শতকৰা পোন্ধৰ; ঘোঁৰা গাড়ীত তুই এক দুৰ্লভ দেচুৱালী। সোনাই আৰু কলংসুঁতি উৎসত নিয়ন্ত্ৰিত হ'ল কাৰণে নাও অদৃশ্য হৈছে। জীৱনৰ মানদণ্ড? মানদণ্ড আপেক্ষিক বস্তু কাৰণে এই প্ৰশ্নৰ সঠিক উত্তৰ পোৱা নগ'ল।

জোৰজবৰ্ত্তি আনিব খোজা অনুসন্ধিৎসাই এই ডেকা সাংবাদিক তুজনৰ বিৰক্তি-বিতৃষ্ণা দূৰ কৰিব নোৱাৰিলে। ড্ৰাইভাৰক আকৌ খবৰ কৰাত সি ভঁগা ভঁগা (অসমীয়া মিহলি) হিন্দীও যি ক'লে তাৰ অৰ্থ হ'ল এনেকুৱা: বিশেষ বেঞ্চ এডাল নাই। কোনোৱা টেক্সী যিকোনো এফালৰ পৰা অহা দেখিলেই সি ৰখাই দিব আৰু টেক্সীৱালাৰ সহায়ত তাৰ টেক্সীৰ অথন্তৰ ভাল কৰিবলৈ পাঁচ মিনিটো সময় নেলাগিব। গতিকে এতিয়া চাইকেলৰ দোকানত থকা বেঞ্চি-খনত তেওঁলোক অলপপৰ বহি থকা ভাল হ'ব।

উপায় নাপাই তেওঁলোক 'ভাযুলী চাইকেল হাচপতাল'লৈ গৈ তোলনক সুধি বেঞ্চিত বহিল। গুস্তকুৱে তোলনক দিনে কিমান চাইকেল ভাল কৰে, কিমান আয় হয় আদি কথা সুধিব বুলি আগতে পাঙি গৈছিল। কিন্তু বেঞ্চিত বহি হংসৰাজে পাইপটো জলাব খুজিলে আৰু গুস্তকুৱে মাজৰ আঙুলিটোৰ সমান দীঘল চিগাৰেট এডালত অগ্নি-সংযোগ কৰিব খুজিছেহে, এনেতেই এটা দৃশ্য চকুত পৰাত তুয়োৰে একেসময়তে কদ্ধশ্বাস অৱস্থা। আঙুলিৰ চেপত ধপাতৰ পাইপ নিশ্চল, তুই ওঁঠৰ কোণত পাইপৰ কম্পন

স্তব্ধ। অতি মনোমোহা দৃশ্য। মজবুত বাঁহৰ হেন্দালিৰ ওপৰত সতেজ সেউজ পাতৰ কিনাৰত কাশ্মীৰী গাভৰুৰ গালৰ দৰে নিমজ গাঢ় তেজৰঙী যিবোৰ বিলাহী হৈছে সেইবোৰৰ আয়তন কল্পনাতীত, সৃষ্টিৰ ব্যতিক্ৰম। যেন উল্কাই সিঁচি থৈ যোৱা সৰগৰ অচিন মুকুতাহে!

তেওঁলোকৰ নিমিষতে সকলো বিৰক্তি নাইকীয়া হ'ল। এইবাৰ আৰম্ভ হ'ল,—প্ৰশ্নবান। সাংবাদিকৰ সঠিক কৌতুহলজাত প্ৰশ্নবান। কিন্তু তোলন হিন্দী-ইংৰাজী দুয়োটা ভাষাতে কেঁচা। তথাপি সি যেনে-তেনে প্ৰকাৰে মনৰ কথা প্ৰকাশ কৰিব পাৰিলে বুলি বিশ্বাস হয়। সেই সচিত্ৰ সাপ্তাহিকখন আৰু দৈনিক কাকত খনত প্ৰকাশ হোৱা কথাখিনি পঢ়ি আপোনাৰো তেনে বিশ্বাসেই হ'ব। 'তামুলী চাইকেল হাচপতাল'ৰ ভিতৰত নট্-বল্টু চিৰিচ সিঁচৰিত টেবুলখন চাফা কৰা হ'ল। তাৰ ওপৰত স্থাপন কৰা হ'ল, সৰু ডালিৰ ছুখিলা পাতেৰে সৈতে সেই বিখ্যাত বিলাহীটো। টেবুলৰ উচ্চতাৰ অনুপাতত যথেষ্ট চাপৰ চকীখনত তোলন বহিল। তেনে অৱস্থাত ক্লাচ্ বাঘেৰে বিদেশী কেমেৰাৰে তোলা ফটোখন ৰঙীণ হৈ ওলাল সেই বিখ্যাত সচিত্ৰ ইংৰাজী সাপ্তাহিকখনত। আৰু এখন ফটো তোলা হৈছিল, দহ বৰ্গফুট হেদালিখনত। ওপৰৰ পৰা। এইখন ফটো ওলাইছিল দৈনিক বাতৰিকাকতখনত। অৱশ্যে ৰঙীন হৈ ওলোৱা নাছিল।

এয়ে সূত্ৰপাত। সৰ্বভাৰতীয় ভিত্তিত প্ৰচাৰিত ইংৰাজী দৈনিক-সাপ্তাহিকৰ ক্ষমতা অপৰিসীম। ৰাইজ, কৃষিবিষয়া, পঞ্চায়ত, উন্নয়ন-খণ্ড আদিত এই বিশিষ্ট বিলাহীবোৰে ধানখেৰৰ জুইৰ দৰেহে উত্তেজনাৰ, কৌতুহলৰ নাইবা আশ্চৰ্য্য তন্ময়তাৰ ৰেঙনি দেখুৱালে। সাধাৰণতে অসমীয়া মানুহৰ নেদেখাক দেখাৰ আৰু নোপোৱাক পোৱাৰ আকাঙ্ক্ষা কম বা ন্যুনাধিক নহয় বাবে জলা খেৰ থিতাতে ছাঁই

হ'ল। কিন্তু হংসৰাজ আনন্দ আৰু গুৰুকু ৰামাৰাওৰ কৃপাতে তোলনৰ বিলাহীবাৰী বিশেষ তাৎপৰ্যৰে মহিমামণ্ডিত হ'ল।

তোলনৰ বাৰীখন তাঁৰেৰে বেৰি পেলোৱা হ'ল আৰু দিন আৰু ৰাতিৰ বাবে দুটা চকিদাৰ ৰখোৱা হ'ল, চৰকাৰী খৰচত। প্ৰথমতে মুখ্যমন্ত্ৰীৰ সৈতে কৃষিমন্ত্ৰীৰ তালৈ আগমন। তাৰ পাছত কৃষি আৰু অৰ্থনীতিৰ লগত জড়িত যত যি ধৰণৰ মানুহ থাকিব পাৰে এই সকলোৰে আগমন। অতীষ্ঠ তোলনৰ চাইকেল মিস্ত্ৰীৰ কাম বন্ধ। তাৰ নাম আৰু ছবি এতিয়া সকলোতে পৰিচিত। সঘন 'সাক্ষাৎ প্ৰসঙ্গ'ৰ ফলত ৰেডিঅ' যোগে তাৰ মাতটোও অসমৰ চুকে-কোনে পৰিচিত। এয়ে সকলো নহয়। এটা ডাঙৰ সমস্যা, এটা ডাঙৰ প্ৰত্যাহ্বান, এটা বিৰাট দায়িত্ববোধ আহি পৰিল, এই আও-হতীয়া ৰাজ্যখনৰ বছা বছা বিজ্ঞানীসকলৰ কাৰণে। এই বিলাহী-বোৰেই হৈ পৰিল,—তেওঁলোকৰ বিজ্ঞানচৰ্চাৰ অগ্নি-পৰীক্ষা। কাৰণ আমাৰ মুখ্যমন্ত্ৰী সঁচাকৈয়ে দেশৰ ভৱিষ্যতৰ সপোন দেখা পুৰুষ। তেখেতৰ গণনা, কল্পনা আৰু বিশ্বাস আকাশচুম্বী হৈ পৰিল। তেখেতে ভাবি পালে যে আপেলে যেনেকৈ হিমাচল প্ৰদেশৰ, ঘেঁহুৱে যেনেকৈ পাঞ্জাবৰ আৰু মাটিকঠালে যেনেকৈ ফিলিপাইনৰ অৰ্থনীতিৰ অভূত-পূৰ্ব পৰিবৰ্ত্তন আনিছে, সেইদৰে বিলাহীৰ যোগেদি অসমৰ আৰ্থিক মানচিত্ৰত হেঙুল হাইতালৰ ৰহন চৰিব। বিলাহী শীতকালীন শাক-পাচলিৰ ভিতৰত পৰে। গতিকে বানপানীয়ে মষিমূৰ কৰা আশাও নাই। কেঁচা বিলাহীৰ জোল টিনবন্ধ কৰা কৃষি-শিল্প উদ্যোগ অসমত হ'ব পাৰিব। বিলাহীৰ আচাৰ বনোৱাও মহিলাসকলৰ কাৰণে এটা কুটীৰ শিল্প হ'ব পাৰিব। কম মাটি থকা লোকো বিলাহীৰ খেতি কৰি টনকিয়াল হ'ব পাৰিব। চাহৰ দৰে বিলাহী শিল্পজাত দ্ৰব্যৰ নীলাম বজাৰ এখন নগাঁৱত প্ৰতিষ্ঠা হলে আৰ্থিক দিশত অসম যথেষ্ট লাভবান হ'ব। ইত্যাদি।

কৃষি মন্ত্ৰীৰ মুখতো একেবোৰ কথাই।

তাৰ পাছত আহিল সেই গুৰুত্বপূৰ্ণ দিনটো। সেই সচিত্ৰ সাপ্তাহিকখন আৰু সৰ্বভাৰতীয় দৈনিকখনত তোলনৰ খিলাহীৰ কথা ওলোৱাৰ চাৰি দিনৰ পাচত মুখ্যমন্ত্ৰী আৰু কৃষি মন্ত্ৰীৰ ওচৰত উদ্ভিদ আৰু কৃষি বিজ্ঞানৰ বিভিন্ন শাখাৰ বিশেষজ্ঞসকল নিৰ্দ্দেশক্ৰমে থুপ খালেহি। বিলাহীৰ অৰ্থনৈতিৰ প্ৰাৰম্ভিক আলোচনাৰ পাচত মুখ্যমন্ত্ৰী আৰু কৃষি মন্ত্ৰীৰ পৰা যিকেইটা কথা পৰামৰ্শ স্বৰূপে ওলাই পৰিল, সেই কথা কেইটাক একপ্ৰকাৰ আদেশ বুলিয়েই ক'ব পাৰি। এই আদেশ পালন কৰিবলৈ যে যুদ্ধোদ্যত তৎপৰতাৰে কাম কৰিব লাগিব এই কথাও বিশেষজ্ঞসকলে বুজি পালে।

"যোগ্য বিজ্ঞসকল", মুখ্যমন্ত্ৰীয়ে ক'লে, "আপোনালোকৰ কথাৰ পৰা বুজিলোঁ। কি কাৰণে ইমান ডাঙৰ বিলাহী হ'ল, তাৰ গৱেষণা কৰাৰ পাচতহে সেই ধৰণৰ আৰু সেই আকৃতিৰ খিলাহীৰ খেতি কৰিবলৈ আপোনালোক উদ্যোগী হ'ব পাৰিব।'

"গতিকে—মই আশা কৰিছোঁ" কৃষি মন্ত্ৰীয়ে ক'লে, "আপোনালোকে এনে গৱেষণাৰ কাম সমাপ্ত কৰি বিলাহী খেতি কৰিব। এই বিলাহীৰ গুটি অসমৰ সকলো কৃষককে বিলাই দিব লাগিব। এনে বিলাহী অসমৰ গাঁও-ভুঁই প্লাবিত, অ' আই এম্ চ'ৰি, নদন বদন কৰিব লাগিব। আৰু মই অহা বছৰ—এতিয়াও বহুত দিন আছে—এনে এদৰা বিলাহীৰ মাজত, আপোনালোকৰ লগত, ফটো উঠাটো বাঞ্ছা কৰিলোঁ।"

গতিকে বুজা গ'ল যে বহুত বহুত সুবিধা ভোগ কৰি থকা বিশেষজ্ঞসকলে তোলন তামুলীৰ দৰে বিলাহী এভৰা কৰি নেদেখুৱালে মন্ত্ৰীসকলে সুদায়ে নেৰিব।

পিচ দিনাৰ পৰাই গৱেষণা, অনুসন্ধান বা—বিশ্লেষণৰ কাম আৰম্ভ হ'ল—ৰহস্যাইনভাৱে। মাটি বিজ্ঞানীয়ে সেই ঠাইৰ মাটি পৰীক্ষা কৰি নগাঁও অঞ্চলত একেবিধ মাটিৰেই সন্ধান পালে।

মণিক ( মিনাৰেল ) আৰু মাইক্ৰ'নুট্ৰিয়েণ্টবোৰো প্ৰায় একেই পালে। পাদপ ৰোগতত্ত্ববিদ ডঃ অৰুণ শৰ্ম্মাই গছ, ডাল্-পাত আৰু বিলাহী-কেইটা পৰীক্ষা কৰি মাত্ৰ সামান্য এটা সিদ্ধান্তহে ল'ব পাৰিলে। সেয়ে হ'ল, এই বিলাহীৰ জাতটো এনেকুৱা যে ই সম্পূৰ্ণ ৰোগ প্ৰতিৰোধক্ষম ( ডিজিজ ৰেজিচ্‌টেণ্ট )। বেছিকৈ অনুসন্ধান কৰিব ল'গা হ'ল, বংশতত্ত্ব আৰু পাদপ প্ৰজননবিজ্ঞানৰ বিশেষজ্ঞ ডঃ কৌশিক বৰুৱাই। ক'ৰ পৰা এই বিলাহীৰ গুটি বা পুলি আনিছে—তাকে জানিব বিচাৰি তেওঁ তোলনৰ পৰা এটা সাধাৰণ উত্তৰহে পালে: হাতীচুঙৰ জেঠায়েকৰ ঘৰলৈ যাওঁতে তাৰে পৰা বিলাহীৰ গুটি আনিছিল। জেঠায়েকৰ ঘৰত প্ৰতি বছৰে এহালিচা মাটিত বিলাহীৰ খেতি কৰে। তেওঁলোকে বিলাহী বেচেও। এই উত্তৰ ৰহস্য ভেদ কৰা বিধৰ নহয়। সেয়েহে দ্বিতীয় প্ৰশ্ন হ'ল এনেকুৱা: একেটা টোপোলাতে থকা গুটিৰ পৰাই জেঠায়েকৰ ঘৰত বিলাহী খেতি কৰা হয়নে? ইয়াৰো উত্তৰ সংক্ষিপ্ত: হয়। তৃতীয় প্ৰশ্ন: জেঠায়েকৰ ঘৰত এনে বিয়াগোম বিলাহী হৈছেনে? উত্তৰ মাত্ৰ দুটা শব্দৰ: নাই হোৱা। গতিকে ডঃ কৌশিক বৰুৱাই যি আশা কৰিছিল সেয়া প্ৰকৃতি জগতত নঘটিল। জিন'ৰ উৎপৰিবৰ্তনৰ ( জেনেটিক মিউটেশ্যান ) ফলত এনে বিলাহীৰ সৃষ্টি হ'ব পাৰে বুলি তেওঁ নিশ্চিন্ত আছিল। ভাবিছিল 'ক্ৰমোজম'ৰ আকস্মিক অস্বাভাৱিকতাই এনে কাণ্ডৰ সৃষ্টি কৰিব পাৰে। সেই যুক্তি নফলিয়ালে। জেনেটিক মিউটেশ্যান হোৱাটো এই ক্ষেত্ৰত অসম্ভৱ। তেনে হোৱা হলে মাথোন এজোপা গছৰ বিলাহীহে এনে হ'লহেঁতেন। কিন্তু দেখা গৈছে যে আটাইকেইজোপা বিলাহীবোৰ এনে বৃহৎ আকৃতিৰ। মিউটেশ্যান বা উৎপৰিবৰ্তন এক বিৰল ঘটনা প্ৰাণীজগততো উদ্ভিদ জগততো। উৎপৰিবৰ্তনৰ ফল স্বৰূপে মাৰ্ক্স, মাওচে টাং বা আইন্‌ষ্টাইনহে জন্ম হ'ব পাৰে, এওঁলোকৰ ককায়েক-ভায়েকবোৰো এওঁলোকৰ নিচিনা হ'ব নোৱাৰে আৰু পৃথিৱীয়েও এটা শতিকাত এওঁ-

লোকতকৈ বেছি প্ৰতিভাবান বা সমান প্ৰতিভাবান পাঁচ - ছয় জনতকৈ বেছি লোকৰ জন্ম নিদিয়ে। গতিকে তেওঁৰ কালৰ পৰা গৱেষণা যে বেছি উধাব পৰিব, তাব তেওঁ আশা নেৰাখিলে। কাৰণ, জেঠায়েকৰ ঘৰৰ বিলাহীবোৰ আগৰ দৰেই লাগিল অথচ তোলনৰ বিলাহীৰ প্ৰতিজোপাতে এই প্ৰকাণ্ড প্ৰকাণ্ড বিলাহীবোৰে দেশত চাঞ্চল্যৰ সৃষ্টি কৰিলে। তথাপি তেওঁ বিলাহী দুটা ল'লে। তেওঁ আশা ৰাখিলে যে ইয়াৰ গুটিৰ পৰাই আপজাত্য ( ডিজেনেৰেশ্যন ) নঘটি বিলাহীৰেই কিজানি সৃষ্টি হ'ব পাৰে। আবহবিজ্ঞানী ( মিটিওৰ'-লজিষ্ট ) ডঃ বৰায়ো বিশেষ নতুন তথ্য উদ্ধাৰ কৰিব নোৱাৰিলে। কাৰণ, বিৰহ বেবেজিয়ৰি বছৰ জোৰা উষ্ণতা, বৃষ্টিপাত, বতাহৰ গতিবেগ, সূৰ্য্যৰ তাপ, উজ্জ্বল ৰ'দৰ দিন সংখ্যা আদি বতৰ বিজ্ঞানৰ উপাদান কেইটা নগাঁও জিলাৰ বৰদোৱাৰ পৰা লামডিঙলৈকে একে। তদুপৰি এই বছৰটোৰ বতৰো যোৱা তিনি চাৰি বছৰৰ দৰেই। বতৰে কোনো ব্যতিক্ৰম দেখুওৱা নাই। মাটি পদাৰ্থবিজ্ঞানী ( চইল্ ফিজিচিষ্ট ) ডঃ আমামুল্লাই তোলনক সুধি জানিব পাৰিলে যে সি আন দহ জনৰ দৰেই মাটি চহ কৰি বিলাহীৰ ভেঁটিটো প্ৰস্তুত কৰিছে। ডঃ আমামুল্লাই মাটিৰ সংস্থিতি আৰু গঠন পৰীক্ষা কৰিও একো সম্ভেদ নেপালে। তদুপৰি তোলনে একো সাৰ ব্যৱহাৰ নকৰাৰ বাতৰিটোৱে সাৰ বিশেষজ্ঞ ডঃ প্ৰসন্ন কলিতাক হতাশ কৰিলে। জৈব ৰসায়নবিদ ডঃ তৰফদাৰে বিলাহীবোৰত আনবোৰ বিলাহীতকৈ অধিক সংখ্যক এককৰ ভিটামিন 'এ' আৰু 'চি' থকাৰ খবৰ পালে। পাদপ শাৰীৰবৃত্তবিদ ডঃ অনন্ত শইকীয়াই মাটি, পানী আৰু খেতিৰ সমন্বয় সম্পৰ্কে অধ্যয়ন কৰিবৰ বাবে দুটামান যন্ত্ৰ পুতি ৰাখি তাতে তিনি চাৰি দিন বেছিকৈ থকাৰ সিদ্ধান্ত ল'লে। বাকী বিশেষজ্ঞসকল যোৱাৰ পাচত ছোৱালী স্কুলখনৰ পূব ফালে থকা পুনীয়া কেঞাৰ আলহী ঘৰটোত শইকীয়াক গাৱঁৰ মানুহে থকাৰ

ব্যৱস্থা কৰি দিলে। অনন্ত শইকীয়া গাঁৱৰ ল'ৰা। তেওঁ বহু দিন গাঁৱৰ এনে শোভা দেখা নাছিল। মুকলি পথাৰখনে, দল-নিত ডাউক-কাম চৰাইৰ মাতে, শান্তিপূর্ণ গাঁওখনত সন্ধিয়া মুখৰিত কৰা ভৰা-কাঁহ আৰু খোল-তালৰ ধ্বনিয়ে তেওঁৰ সুদীর্ঘ চহৰ বাস-জনিত নীৰস মনটোত জীপ দিছিল। গাঁওখনে তেওঁৰ লৰালি কালটোক সোঁৱৰাইছিল। তেওঁৰ খুব ভাল লাগিছিল। গৱেষণাতকৈ গাঁৱৰ আকর্ষণেহে বেছিকৈ তিনি চাৰিদিন থাকি যোৱাৰ সিদ্ধান্ত-টোত প্রভাৱ বিস্তাৰ কৰিছিল। দুদিন তেওঁ পৰীক্ষা-কার্য্য চলালে। কিন্তু মাটি-উদ্ভিদ জলসম্পর্কত কোনো অস্বাভাৱিকতা! নাইবা আদর্শ সমন্বয়ো বিচাৰি নেপালে। তথাপি আৰু তিনিদিন থাকি যোৱাৰ কথা ভাবিলে।

এদিন সন্ধিয়া তেওঁ তোলনৰ ঘৰলৈ গ'ল। তোলন অকলে থাকে যদিও পৰিপাটী হৈয়ে থাকে। তাৰ একেটা কোঠাতে বিছ-নাও আছে, টেবুল-চকিও আছে, টেবুলত হেলনীয়া হৈ আছে এখন বন্ধোৱা ছবি। এজনী ধুনীয়া গাভৰুৰ। এওঁ কোন বুলি সুধিম বুলি ভাবিও অনন্ত শইকীয়াই একো নুসুধিলে। সুধিলে তোলনৰ পাহৰিব খোজা কোনো বেদনাৰ পুনৰাবৃত্তি হয় বুলি তেওঁৰ ভয় হ'ল। হয়তো এই গাভৰুজনী তাৰ পত্নী আছিল আৰু অকালতে মৰিল। হয়তো এই গাভৰুৰ লগত তাৰ পীৰিতিৰ দোল ছিগিল। হয়তো তাই বিশ্বাসঘাটকতা কৰিলে নাইবা সামাজিক বৈষম্যৰ হেতু সিহঁতৰ বিয়া নহ'ল।

তোলন মানুহটো ভাল। হয়তো সৰল-সহজ। ধুনীয়া স্বাস্থ্য, ধুনীয়া দেহৰ গঠন। মুখখন পৌৰুষদীপ্ত, মোহলগা। চকু দুটা হেলনীয়া। যশস্বী শিল্পীয়ে অঁকাৰ দৰে। কিন্তু তাৰ লগত থাকি আৰাম পোৱা নেযায়। কথা খুব কম কয়, নিজৰ কথা সমূলিকে নকয়। গতিকে ডঃ অনন্ত শইকীয়াই তাৰ লগত বেছি সময় নকটালে। সেই দিনা আছিল শুকুৰবাৰ। দেওবাৰে ডঃ শইকীয়া

শুচি অহাৰ কথা। কিন্তু সেই শুকুৰবাৰৰ বাতিয়েই সেই বিশেষ বিলাহী কেইজোপাৰ শৰীৰবৃত্ত সম্পৰ্কে ডঃ শইকীয়াই এক গুৰুত্বপূৰ্ণ তথ্য পালে। ৰাতি দহটা বাজিছিল। বাহিৰত জোনাক। কুঁৱলীৰ আঠুৱাৰ মাজেদি জোনৰ পোহৰ সৰিক পৰি পথাৰখন অনুপম কৰি তুলিছে। চৌপাশৰ নীৰৱতাও অতি উপভোগ্য হৈ পৰিছে। এই সুন্দৰ পৰিৱেশত আকৌ হিয়া পৰশা বাঁহীৰ সুৰ! কোনোবা অখ্যাত গাঁৱলীয়া শিল্পীৰ হিয়াৰ বেদনাবোৰ যেন থূপ খাই থাই সুৰ হৈছে! বহুত বেদনা যেন নিয়ঁৰৰ টোপাল হৈ সৰিছে। এই সুৰত ডঃ অনন্ত শইকীয়া উতলা হৈছে। তেওঁ পাটী এৰি বাহিৰ পাইছেহি। তেওঁ শুনি আচৰিত! বাঁহীৰ এই অন্তৰ চুই যোৱা সুৰ যে তোলন তামুলীৰ ঘৰৰ ফালৰ পৰাই ভাঁহি আহিছে! শইকীয়া বৈ থাকিব পৰা নাই। সুৰটোৰ ফালে আহি আছে। তেওঁ থিয় দিছেহি এটা মূৰ্তিৰ দৰে বহি থকা মানুহৰ ওচৰত। তেওঁ দেখিছে—বিলাহী কেইজুপিৰ কাষত গছৰ মুঢ়া এটাত বহি তোলনে মনপ্ৰাণ ঢালি দি, বাকি জ্ঞান পাহৰি বাঁহী বজাইছে। শইকীয়াই তাক মাত দিব খোজা নাই; তাৰ সেই হিয়াৰ সুৰ বন্ধ কৰিব খোজা নাই। কিন্তু অকস্মাতে বাঁহী বন্ধ হৈছে। তোলনে উচপ্‌খোৱা মানুহৰ দৰে শইকীয়াৰ ফালে চাইছে।

—শইকীয়া, আপুনি?

—হয় আৰু বৈ থাকিব নোৱাৰিলোঁ। আপুনি এনেকৈ সদায়…

—হয়, প্ৰায়ে। বেয়া লাগে। পাটীৰ পৰা উঠি আহোঁ। টোপনি নেযায়। ইয়াতে বহোঁ। বজাওঁ।

—দুখ?

—এৰা, বৰ বেয়া লাগে। মোৰ বাহিৰেনো আন কোনে বুজিব?

—ক'বনে ?

—আপুনি মোৰ ভাত ছবিখন দেখিছিল নিশ্চয়। তেৱেঁই মানে মোৰ···

—অ', বুজিলোঁ, তেখেত এতিয়া······

—এই স্কুলখনৰে মাষ্টৰণী। হিন্দীৰ। খুব ভাল লাগিল, মোৰো ভাইৰো। বিয়া কৰাই পেলালোঁ। বুইছেনে? মানিকী যে কিমান ভাল। কথাই-বতৰাই, চেহেৰাই-পাতিয়ে,—এস্., আপোনাক কি ক'ম? বিয়াৰ পাছত চাৰি মাহ।

—তাৰ পাচত ?

—তাৰ পাছত আহিল আকৌ সেই ট্ৰেইনিং ডাল। এবছৰীয়া হিন্দী-টেইনিং। তেজপুৰৰ ফালে মিছামৰাত। আৰু সাত মাহ বাকী আছে। দিন-ৰাতি নেযায়-মুপুৱায়। পূজাতহে যি আহিছিল। মাথোন তিনিদিনহে আছিল। আপুনি বাৰু বিয়া কৰোৱা মানুহনে ?

—নাই কৰোৱা।

—জানো তেনেহলে, মোৰ কথা ধৰিব পাৰিছেনে নাই!

ডঃ শইকীয়াৰ মৰ্মোপলব্ধি কিমান গভীৰ আছিল, তাকে বৰ্ণোৱা এই আখ্যানৰ মূল কথা নহয় কিন্তু মূল কথা এয়ে যে বাঁহীৰ সুৰৰ লগত এক বৈজ্ঞানিক সত্যৰ ভিত্তি বিচাৰি পাই তেওঁ আপ্লুত হ'ল। সেয়েহে তেওঁ খুব সন্তৰ্পনে সুধিলে,—আপুনি মুঠতে এনে-বুৱা কেইটা সুৰ বজায় ?

—যিটো মনৰ লগত মিলি যায়, সেইটোকে বজাওঁ।

—মুঠতে আৰু কেইটা ?

—পাঁচটামান হ'ব কিজানি।

—মই যদি এটা টেপ্ ৰেকৰ্ডাৰ আনি তাত তুলি থ'ব খোজো, আপুনি বজাবনে ?

—নোৱাৰিম। যন্ত্ৰৰ আগত, আনকি মোৰ কাষত কোনোবা থকা যেন গম পালেই, মোৰ সেই মনটো নোলোৱা হ'ব। এই-

মোৰ মনে আদেশ দিয়া কামহে। বজাওঁ বুলি বজাব নোৱাৰিম।
শইকীয়া হতাশ নহ'ল। তেওঁ ৰহস্যৰ আঁতি-গুৰি পাই গ'ল।

ইয়াৰ দুদিনমানৰ পাছতেই বিৰাট বিলাহীৰ ৰহস্য সম্পৰ্কে প্ৰতিবেদন প্ৰস্তুত হৈ গ'ল। তাৰে একো একোটা নকল মুখ্যমন্ত্ৰী আৰু কৃষি মন্ত্ৰীলৈ পঠোৱা হ'ল। ইয়াৰ সাৰাংশ এনেকুৱা: উদ্ভিদৰ প্ৰাণ আছে, আবেগো আছে। মানুহৰ দৰে সংবেদী, চেন্‌চিটিভ্। গতিকে আবেগিক মূৰ্চ্ছনাৰ প্ৰভাৱ উদ্ভিদৰ জীৱন-বৃত্তত সুদূৰ প্ৰসাৰী। অনন্ত শয়নম (১৯৬৭), তেজৱানী (১৯৭১) আৰু ৱাঙেকাৰ (১৯৭৫) আদি বিজ্ঞানীয়ে দেখুৱাইছে যে সঙ্গীতে উদ্ভিদৰ বৃদ্ধি আৰু গঠনৰ অভূতপূৰ্ব উন্নতি সাধি উৎপাদন বৃদ্ধি কৰে। 'শস্যৰ ওপৰত সঙ্গীতৰ প্ৰভাৱ' শীৰ্ষক সূত্ৰ নব বিজ্ঞানৰ এক বিশিষ্ট দিশ। বেবেজিয়া মৌজাৰ ৭৭ নম্বৰ পট্টাৰ মাটিত বিৰাট আকৃতিৰ বিলাহী বেঙেনা হোৱাটোৱে ইয়াৰ সাক্ষী দিয়ে। এই মাটিৰ গৰাকীয়ে বিলাহীৰ পুলি ৰোৱা দিনৰ পৰা বিলাহী লগাৰ পূৰ্ণাৱস্থালৈকে ৰাতি এঘণ্টা দুঘণ্টাকৈ বাঁহী বজাই আছিল আকুলচিত্তে। এয়ে প্ৰমাণ কৰে যে আধুনিক বিজ্ঞানৰ ব্যাখ্যা আবেগহীন নহয়। বিজ্ঞান দৰ্শনৰ পৰিপূৰকহে। বাঁহীৰ বিভিন্ন সুৰৰ অনুনাদ, পৌনঃপুন্য আদি অধ্যয়ন বিলাহীৰ আকৃতি আৰু উৎপাদন বৃদ্ধিত যথেষ্ট কাৰ্য্যকৰী।.........

বৃহৎ বিলাহী উৎপাদনৰ সঙ্গীত-সংক্ৰান্ত তথ্য-উদ্ঘাটনৰ পাছত ডঃ শইকীয়া সাত মাহৰ অন্তত কামত লাগি গ'ল। সঙ্গীতৰ লগত বিলাহীৰ আকৃতিৰ সামঞ্জস্য বিচাৰি পোৱা সত্বেও, সাঙ্গীতিক কৃষি-কাৰ্য্যৰ উদ্যম অপৰিসীম হোৱা সত্বেও, সেই তোলন তামুলীৰ পৰাই বিলাহীৰ গুটি অনা হ'ল। সি যিকেইটা গীতৰ সুৰ বাঁহীত জুৰিছিল তাকো আমদানী কৰা হ'ল; সাৰ, পানী আৰু কৰ্ষণৰ সুসম্পূৰ্ণ অৱস্থা বজাই ৰাখি বিলাহী পুলিও ৰোৱা হ'ল। আগতেই কোৱা উচিত আছিল যে বিলাহী খেতিৰ বাবে নগাঁও জিলাৰে কৰৈয়নীত এক একৰ নিস্পিখেৰাজ মাটি অধিগ্ৰহণ কৰা হ'ল। অৱশ্যে বেছি মনোযোগ দিয়া হ'ল সঙ্গীতত—বাঁহীৰ

হিয়া বিদবোৰা সুৰত। এই শিল্পীসুলভ কামৰ বাবে বালিসত্ৰৰ কমাৰ্চ গ্ৰেজুৱেট আৰু বাঁহী-বাদনত পাৰদৰ্শীযুৱক নিৰঞ্জন মহন্তক ফিল্ড এচিচ্টেন্ট (লগৰবোৰে তাক ফিল্ড মাৰ্শ্বেল বুলি মাতিলে) কামত মকৰল কৰা হ'ল। পুলিবোৰ যোৱা হ'ল। অক্টোবৰৰ দহ তাৰিখে। এনে এটা সময়তে যোৱা বছৰ তোলনে পুলি কই-ছিল। তেতিয়াৰ পৰাই ৰাতি ৰাতি বাঁহী বাদক নিৰঞ্জন মহন্তই বাঁহীত বিৰহৰ সুৰ দিবলৈ ধৰিলে। তোলনৰ পৰা অনা পাঁচটা সুৰৰ উপৰিও 'আই ঐ জালি জাপি' গীতটোৰ সুৰটোও নিৰঞ্জন মহন্তৰ বাঁহীত ফুটি উঠিল। মুঠতে বিলাহী লগালেকে বাঁহীৰসুৰে কবৈয়নীৰ নিশাৰ নিস্তব্ধতা ভেদ কৰিলে। যথা সময়ত বিলাহী লাগিল আৰু তেজৰঙাহৈ পূৰঠ হ'ল। পিছে বজাৰত সাধাৰণতে পোৱা বিলাহীতকৈ—ডাঙৰ ন'হল। কৃষি মন্ত্ৰীয়ে কথাটো পাহৰিলে বুলি ভাবি অনন্ত শইকীয়াই অশুভ চিন্তাৰ বাবে নিদ্ৰা-হীনতাত ভুভুগিলে বুলি দুই একে কোৱাকুই কৰিলে। অৱশ্যে কৃষিমন্ত্ৰী জনাৰহে মতিগতি বুজা টান। শস্য আৰু ফলমূল উৎ-পাদনত সঙ্গীতৰ প্ৰভাৱ সম্পৰ্কে যি তত্ত্ব ডঃ শইকীয়াই দাঙি ধৰিছিল, সেই তত্ত্ব তেখেতৰ মনঃপুত হৈছিল যদিও বিশেষ উচ্ছ্বাস দেখুওৱা নাছিল। পিছে মানুহজনৰ কথা-বতৰাবোৰ যিমান মনো-গ্ৰাহী সেই অনুপাতে স্মৃতিশক্তিও বেচ প্ৰখৰ। এদিন মটৰ গাড়ীৰে গুৱাহাটীৰ মাজেৰে আহি থাকোতে কোনো এঠাইত 'ফুট পাথ'ত এটা মানুহে লেবেলা বিলাহী কেইটামানৰ সৈতে অন্যান্য শাক-পাচলি বেচি থকা দেখি তেখেতৰ এই 'বিলাহী বিপ্লৱ'ৰ কথা মনত পৰিল। পাঁচ দিনাই তেখেতে নগাঁৱৰ ফালে 'টুৰ' ললে। পোনতে আহি হাজিৰ হ'লহি কবৈয়নীত। বাৰুকৈ সেই সময়ত অনন্ত শইকীয়া আৰু তেওঁৰ মনিবজন আছিল। কৃষি মন্ত্ৰীয়ে প্ৰণাম গ্ৰহণ কৰি একো নমতাকৈ বিলাহী খেতিৰ ফালে গ'ল আৰু চৌপাশে এবাৰ শেন চকুৰে চাই ক'লে—"আৰু ডাঙৰ হ'বলৈ সময় আছে নে? পূৰঠ হলেই দেখোন!"

ইয়াৰ আচল অৰ্থ কি কাৰো বুজিবলৈ বাকী নাথাকিল। তথাপি আমাৰ ডঃ অনন্ত শইকীয়া দমি যোৱা মানুহ নহয়। তেওঁক নাক মোহাৰিলেই বুদ্ধি ওলায়, মুৰ খজুৱালেই কথা এটা ওলায়। তেওঁ ক'লে, এয়া ট্ৰায়েলহে, ছাৰ। বাঁহী ঠিকেই বজাবলৈ দিয়া হৈছিল। নিৰন্তৰ মহন্ত বেচ বাঁহীবাদক। কিন্তু জানিলেই সকলো নহয়, ছাৰ আচল সুৰ দিয়ে হৃদয়ৰ বেদনাইহে। বেবেজিয়াৰ সেই তামূলীৰ বাঁহীৰ সুৰ যেন কলিজাৰ কেঁচা তেজহে। নতুনকৈ বিয়া কৰোৱা মানুহজনৰ চাৰি মাহতে পত্নী আঁতৰি থাকিবলগীয়া হোৱাত যি বেদনা তেওঁৰ বাঁহীত সুৰ হৈ ওলায় সেই সুৰৰ লগত আমাৰ মহন্তৰ বাঁহীৰ সুৰৰ কি তুলনা হ'ব? সেই সুৰে যে বিলাহী গছৰ কোষে কোষে উম দিছিল, প্ৰাণশক্তি দিছিল, দুৰ্মন বিয়পাইছিল, ছাৰ।"

কৃষি মন্ত্ৰীয়ে শইকীয়াৰ আশাশুধীয়া প্ৰচেষ্টাত চেঁচা পানী নেঢালি উম দিবলৈহে চেষ্টা কৰিলে। তেখেতে সুধিলে, "আপুনি কোৱা এই মহন্ত বোলা মানুহজনে বিয়া কৰালেনে?" মহন্তক অবিবাহিত বুলি জানি তেখেতে লাহে লাহে গমি-পিতি ক'লে, "তেনেহলে এটা কাম কৰক। অহাবাৰলৈ বিলাহী খেতিৰ চাৰি-পাঁচ মাহৰ আগতে তেওঁক শিক্ষা-দীক্ষা থকা ছোৱালী এজনী বিয়া কৰাবলৈ কওক। তাহক ওচৰৰ উন্নয়ন খণ্ডত—মহিলা সম্প্ৰসাৰণ বিষয়াৰ চাকৰিটো দিয়াই বিয়াৰ তিনি মাহৰ পাছত প্ৰশিক্ষণৰ বাবে শান্তি নিকেতন'লৈ পঠোৱা হ'ব পুৰা এবছৰলৈ। তেতিয়া নিশ্চয় এই মহন্তই বেবেজিয়াৰ সেই তামূলীৰ দৰে বাঁহী বজাব পাৰিব ছিয়া বাকী দি। নহয় জানো?"

ডঃ শইকীয়াই খুব সৰুকৈ কওঁ-নকওঁকৈ ক'লে, "চ' গুড অফ ইউ, ছাৰ থেংক, ইউ ছাৰ"

ৰচনা: অক্টোবৰ, ১৯৭।